# মণিপুৰ-যুদ্ধ

শ্ৰীগিৰীশ চন্দ্ৰ চৌধুৰী বি, এল
বৰপেটা

প্ৰকাশন পৰিষদৰ অৰ্থ সাহায্যত প্ৰকাশিত।

MANIPUR YUDDHA : An account of Manipur war of 1891 with a brief historical background of modern Manipur written by Shri Girish Chandra Chaudhury, B. L., and published with the financial aid of the Publication Board : Assam, 1967. Price Rs. : 3·50 p.

প্ৰকাশক : শ্ৰীগিৰীশ চন্দ্ৰ চৌধুৰী, বি, এল
বৰপেটা

প্ৰথম প্ৰকাশ : জুলাই, ১৯৬৭

ছপাওঁতা : লক্ষ্মী প্ৰিণ্টিং প্ৰেছ,
গুৱাহাটী—১

মূল্য—তিনি টকা পঞ্চাশ পইচা

# উছৰ্গা

মণিপুৰ যুদ্ধৰ ৰোমাঞ্চকৰ কাহিনীৰ
বৰ্ণনা
আমাৰ মৰমৰ
শ্ৰীহৃষীকেশ চৌধুৰীৰ
হাতত
আশীৰ্ব্বাদ স্বৰূপে
অৰ্পণ কৰা হ'ল ।

—লিখক—

# পাতনি

আমাৰ পিতৃ-পিতামহৰ ঘৰুৱা পুঁথিভৰালৰ বহু পুৰণি কিতাপ এখন আমাৰ হাতলৈ আহে। কিতাপখনৰ আগৰ আৰু পিচৰ কেইটামান পাত নাই। কিতাপখনৰ নাম 'মণিপুৰ-প্ৰহেলিকা'। কিতাপখন পঢ়ি দেখিলো-জানকী বাবুই লিখা। জানকী বাবু (জানকী বসাক) মণিপুৰৰ যুবৰাজ টিকেন্দ্ৰজিতৰ সমসাময়িক আৰু ইংৰাজে টিকেন্দ্ৰজিতৰ বিচাৰত কোনো আইন ব্যৱসায়িক তেওঁৰ পক্ষ সমৰ্থন কৰিবলৈ নিদিয়াত, কোৰ্ট-অব-স্পেচিয়েল কমিছনৰ অনুমতি ক্ৰমে এই জানকী বাবুই টিকেন্দ্ৰজিতৰ উকীল স্বৰূপে তেওঁৰ পক্ষ সমৰ্থন কৰিছিল। গতিকে, আমাৰ বিশ্বাস জন্মিল, তদানীন মণিপুৰ যুদ্ধ সম্পৰ্কে এই কিতাপখন নিৰ্ভৰযোগ্য; আৰু সম্ভৱতঃ এই কিতাপখন ঘটনাৰ পিচতেই লিখা। এই কিতাপখনৰ বিষয়-বস্তুৰ লগত যোগ দিবলৈ আমি মিচেচ্ গ্ৰিম্উডৰ "My Three years in Manipur" নামৰ কিতাপখন সংগ্ৰহ কৰি তাৰ লগত মিঃ জে ৰায়ৰ "History of Manipur" নামৰ কিতাপৰ আৱশ্যকীয় বিষয় গ্ৰহণ কৰিছো। ৰাজকুমাৰ এচ, সিংহৰ "Glimpse of Manipur" আৰু শ্ৰী এল, আই সিংহৰ "Introduction to Manipur" কিতাপৰ পৰাও যথেষ্ট সহায় পাইছো। বিশেষকৈ ৰাজকুমাৰ সিংহই তেওঁৰ কেবাখনো চিঠিৰে এই কিতাপৰ কিছুমান বিষয়ত আমাক উপদেশ দিয়া বাবে তেওঁ আমাৰ আন্তৰিক ধন্য-বাদৰ পাত্ৰ। এই কেইখন কিতাপত লিখা কাহিনীৰ সাৰ-মৰ্ম্ম লৈ যি কিতাপ ৰচনা কৰা হ'ল, সি পঢ়ুৱৈ সকলৰ পক্ষে প্ৰায় ৭৫ বছৰ পূৰ্ব্বে অসমৰ লগালগি ৰাজ্য এখনৰ উত্থান পতনৰ বিষয়ে জানিবৰ সমল যোগাব বুলি আমাৰ দৃঢ় বিশ্বাস।

মণিপুৰৰ সৈতে অসমৰ সম্পৰ্ক যুগমীয়া; এনে স্থলত মণিপুৰৰ অতি ৰোমাঞ্চকৰ ঘটনাৰ বিষয়ে, অন্ততঃ কিছু পৰিমাণে হলেও,

আমাৰ জনা উচিত। মণিপুৰৰ ইতিহাস লিখাৰ অভিপ্ৰায় আমাৰ নাই; মাত্ৰ বিৰাট সাম্ৰাজ্যবাদী জাতি এটাৰ বিৰুদ্ধে এমুঠি মণিপুৰীৰ বৰেণ্য বীৰসকলে আত্মমৰ্য্যাদাৰ কাৰণে কিদৰে প্ৰাণ উছৰ্গা কৰিছিল ই তাৰ চমু আখ্যান। মণিপুৰৰ এই ঘটনাৰ বৰ্ণনাৰ পৰা স্বাধীনতা আৰু স্বদেশ ৰক্ষাৰ বাবে যি কঠোৰ ত্যাগৰ আৱশ্যক সেইটো আমাৰ যুৱকসকলে উপলব্ধি কৰিব পাৰিলে আমাৰ যত্ন সফল হৈছে বুলি কৃতাৰ্থ হম।

এই কিতাপ প্ৰেছত দিয়াৰ পিচত আমাৰ অনুৰোধত ৰাজকুমাৰ সিংহই ৰায়ৰ ইংৰাজী নকল পঠোৱাত তাক পৰিশিষ্ট স্বৰূপে কিতাপত সংযোগ কৰা হল।

ওপৰোক্ত লিখকসকলৰ প্ৰতি আমাৰ আন্তৰিক ধন্যবাদ আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলো।

অসম প্ৰকাশন পৰিষদে কিতাপখন ছপোৱাত অৰ্থ সাহায্য দিয়া বাবে পৰিষদ আৰু পৰিষদৰ সচিব শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰীৰ প্ৰতি আন্তৰিক কৃতজ্ঞতা স্বীকাৰ কৰিলো।

বৰপেটা
১৪ নবেম্বৰ, ১৯৬৬ চন।

শ্ৰীগিৰীশ চন্দ্ৰ চৌধুৰী

# মণিপুৰ-যুদ্ধ

বিষয় সূচী

# প্ৰথম পৰিচ্ছেদ

## ইংৰাজ আৰু মণিপুৰ

ৰজা গৰীব নিৱাজ।
মণিপুৰত বৈষ্ণৱ পন্থাৰ প্ৰৱৰ্ত্তন।
ইংৰাজৰ সৈতে প্ৰথম সম্পৰ্ক।
জয়সিংহৰ ৰাজত্ব।
ভ্ৰাতৃবিৰোধ।
ব্ৰহ্মৰ আক্ৰমণ।
গম্ভীৰ সিংহৰ ৰাজত্ব।
ইয়ান্দাবু সন্ধি।
ইংৰাজৰ কাছাড় অধিকাৰ।
পলিটিকেল এজেণ্ট্।

## ১

# ইংৰাজ আৰু মণিপুৰ।

ৰজা গৰীব নিৱাজৰ আগত মণিপুৰৰ ইতিহাস আংশিকৰূপে সংগ্ৰহ হ'লেও, তাক আধুনিক ইতিহাস বুলিব নোৱাৰি। এওঁৰ প্ৰায় ৪০ বছৰীয়া ৰাজত্বৰ পৰাহে সঠিক ঐতিহাসিক তথ্য পোৱা যায়।

ৰাণী নূংমেল চৈবীৰ গৰ্ভজাত ৰজা চৰাইৰোংবাৰ সন্তান গৰীব নিৱাজৰ নাম আছিল 'পামহিবা'। ১৭২৪ খৃষ্টাব্দত (১) তেওঁ ৰাজপাটত বহি 'গৰীব নিৱাজ' উপাধি লয়। তেওঁৰ শৈশৱ অৱস্থাত কিছুকাল তেওঁ গুপ্ত হৈ আছিল কাৰণে মণিপুৰী ভাষাত তেওঁক "কাৰিস্নম্বা নেৱাৰ" 'অৰ্থাৎ হেৰোৱা ৰাজপুত্ৰ' বুলিছিল। এইটো মণিপুৰী শব্দৰ অপভ্ৰংশ 'গৰীৱ নেৱাৰ' শব্দৰ পৰা 'গৰীৱ নিৱাজ' শব্দৰ উৎপত্তি বুলি কিছুমান বুৰঞ্জী লিখকে অনুমান কৰে। যথাৰ্থতে 'দুখীয়াৰ বন্ধু' বুজাবলৈ এইটো পাৰ্চী শব্দ তেতিয়াৰ চিটাগঙৰ পৰা মণিপুৰলৈ অহা মুচলমান সকলে ব্যৱহাৰ কৰিছিল। (২)

পামহিবাৰ ইতিবৃত্ত বৰ ৰোমাঞ্চকৰ। কিছুমান বুৰঞ্জী লিখকে তেওঁক নগাৰ সন্তান বুলিও কয়। যি হলেও, এওঁক যে নগাই পোহপাল দি ডাঙৰ দীঘল কৰিছিল তাত কাৰো সন্দেহ নাই। মণিপুৰৰ সেইকালৰ প্ৰথা অনুযায়ী, ৰজাৰ প্ৰথমা ৰাণীৰ পুত্ৰ সন্তানেহে ৰজাৰ উত্তৰাধিকাৰী স্বৰূপে ৰাজসিংহাসনত বহিব পাৰিছিল। আন ৰাণীৰ পুত্ৰসকলে এই প্ৰথাৰ হয়তো ব্যতিক্ৰম ঘটাব পাৰে, এই সন্দেহত তেনে সন্তানক ওপজাৰ লগে লগে

---

(১) মণিপুৰী লিখকসকলে 'বিজয় পাঞ্চালী' অনুসৰণ কৰি ১৭০৯ খৃঃ বুলি কয়।
Rajkumar S. Singh—Glimpse of Manipur P. 19
L. I. Singh—Introduction to Manipur P. 173

(২) কিছুমান লিখকে এওঁৰ আন এটা নাম "গোপাল সিংহ" বুলি কয়।

বধ কৰোৱা হৈছিল। চৰাইৰোংবাৰ তৃতীয়া ৰাণী চৈবীয়ে এই নিষ্ঠুৰ ব্যৱস্থাৰ হাত সাৰিবলৈ জন্মাবধি পামহিবাক নগাৰ ঘৰত পলুৱাই ৰাখি ডাঙৰ দীঘল কৰায়। অৱশেষত প্ৰথমা ৰাণী নিঃসন্তান হোৱাত ৰজাৰ বৰ অনুতাপ হয়। ৰজাৰ দুখ গুচাবলৈ চৈবীয়ে তেতিয়া নিজ পুত্ৰ পামহিবাৰ জন্ম কাহিনী প্ৰকাশ কৰে।

অইন এটা প্ৰবাদ আছে, পামহিবা মাতৃগৰ্ভত থাকোতে ৰাজজ্যোতিষীজনে হেনো ৰজা চৰাইৰোংবাক কৈছিল যে তেওঁৰ ভবিষ্যৎ সন্তানৰ পিতৃঘাতী যোগ আছে। গণনাৰ এই গুৰুতৰ ফলৰ প্ৰতিক্ৰিয়া স্বৰূপে, ৰজাই জন্ম মাত্ৰেই শিশুক হত্যা কৰিবলৈ আদেশ দিয়ে। নিৰুপায় হৈ ৰাণীয়ে তেওঁৰ একমাত্ৰ সন্তান ভূমিস্থ হোৱাৰ লগে লগে, তেওঁৰ পিতাকৰ সহায়ত, লাইচেংখং নামেৰে নগা গাওঁৰ চৰ্দ্দাৰৰ ঘৰত পামহিবাক লুকাই ৰাখিছিল। পৰিশেষত দৈবজ্ঞৰ বাণী সত্যত পৰিণত হয়। পামহিবাৰ শহুৰেক চেলুংবাৰ মনত সন্দেহ জন্মিল যে ৰজাই সময়ত পামহিবাক ৰাজসিংহাসনৰ পৰা বঞ্চিত কৰিব! তেওঁ ৰাজহত্যাই এই সন্দেহৰ প্ৰতিকাৰ বুলি ভাবিলে। এনেতে চৰাইৰোংবাই টু-চুক নগাৰ বিদ্ৰোহ দমন কৰি নাম্বুল নৈৰ পাৰৰ পাহৰত জিৰণি লৈ আছিল; চেলুংবাই সুযোগ বিচাৰি তাতে তেওঁক যাঠীৰে খুচি বধ কৰে। তেওঁ মৃত্যুৰ পূৰ্ব্বে চেলুংবাৰ অভিপ্ৰায়ৰ কাৰণ বুজিব পাৰিলে আৰু মুমূৰ্ষু ৰজাই পুত্ৰ পামহিবাক কাষলৈ মতাই আনি এই হিংসাৰ বাবে অভিশাপ দি শেষত তেওঁকেই ৰাজপ্ৰতীক প্ৰদান কৰিলে।

ৰজা গৰীব নিৱাজৰ ৰাজত্ব কালত ব্ৰহ্মৰ সৈতে তেওঁৰ বহুবাৰ ৰণ হয়। আৰু কেবাবাৰো ব্ৰহ্মৰাজ তেওঁৰ হাতত পৰাজিত হয়। ১৭৩৮ খৃষ্টাব্দত এটা বিৰাট সৈন্যদল লৈ তেওঁ ব্ৰহ্মদেশৰ বহু ঠাই জয় কৰিছিল। তেওঁৰ অস্ত্ৰৰ আঘাতৰ চিন্ কংমুদা পেগোদাৰ পূব দুৱাৰত এতিয়াও বৈ থকা বুলি কয়। তেওঁৰ ৰাজত্বৰ শেষ ছোৱাত, ১৭৩৯ খৃষ্টাব্দত তেওঁ ব্ৰহ্মৰ ৰাজধানী আভা আক্ৰমণ কৰিছিল; কিন্তু সেই সময়তে ত্ৰিপুৰীয়ে মণিপুৰ আক্ৰমণ কৰাত, একেলগে দুই শত্ৰুৰ বিপৰীতে ৰণ চলাব নোৱাৰি তেওঁ ব্ৰহ্মৰাজৰ সৈতে সন্ধি কৰে আৰু সন্ধি স্থায়ী কৰিবলৈ জীয়েক

সত্যমালাক ব্ৰহ্মৰাজক অৰ্পণ কৰে। দহ বছৰ পিচত শেষবাৰ ১৭৪৯ চনত আভা আক্ৰমণ কৰিবলৈ গৈ তেওঁ দুৰ্দ্দৈবৰ পূৰ্ব্বলক্ষণ দেখি উভতি আহোতে ঘাটকৰ খড়্গাঘাতত তেওঁৰ মৃত্যু হয়।

গৰীব নিৱাজে পিতাক চৰাইৰোংবাৰ অভিশাপত তেওঁৰ অনুৰূপ শোচনীয় মৃত্যুৰ গ্ৰাসত পৰে। তেওঁৰ দ্বিতীয়া ৰাণীৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি, তেওঁ জীয়াই থাকোতে প্ৰথমা ৰাণীৰ পুত্ৰ শ্যামছাহক সিংহাসনৰ পৰা বঞ্চিত কৰি শ্যামছাহৰ ঠাইত দ্বিতীয়া ৰাণীৰ প্ৰথম পুত্ৰ অজিতছাহ তেওঁৰ সিংহাসনৰ ভবিষ্যৎ উত্তৰাধিকাৰী বুলি ঘোষণা কৰিছিল। ৰজাই শ্যামছাহৰ সৈতে শেষবাৰ ব্ৰহ্ম যুদ্ধলৈ যোৱাত, মণিপুৰত প্ৰচাৰ হ'ল যে ৰজাই তেওঁৰ পূৰ্ব্বৰ ঘোষণা প্ৰত্যাহাৰ কৰি শ্যামছাহক ৰাজ্যভাৰ দিব। অজিতছাহৰ মাক দ্বিতীয়া ৰাণীয়ে ৰজাৰ অভিপ্ৰায় নিষ্ফল কৰিবলৈ তেওঁ যাতে ঘূনাই মণিপুৰত সোমাব নোৱাৰে তাৰ ব্যৱস্থা হাতত ললে। ৰাণীৰ ষড়যন্ত্ৰ অনুসৰি টোলেন টোম্বাৰ (শত্ৰুঘ্নছাহ) অধীনত সৈন্যবাহিনী এটাই ৰজাক ব্ৰহ্মদেশৰ পৰা আগবঢ়াই আনিব বুলি যায়। উভতি আহোতে অজিতছাহৰ নিৰ্দ্দেশত বাটত বিশ্বাসঘাটকতা কৰি টোলেন টোম্বাই ৰজা, তেওঁৰ পুত্ৰ শ্যামছাহ, শান্তিদাস অধিকাৰী প্ৰমুখ্যে ৰজাৰ পালি-পহৰীয়া সকলোকে কাটি খান্তাং কৰে। (১)

গৰীব নিৱাজ অতি শক্তিমন্ত প্ৰতিভাশালী ৰজা আছিল। মণিপুৰৰ ৰজা সকলৰ ভিতৰত তেওঁৱেই সৰ্ব্বশ্ৰেষ্ঠ ৰজা। এওঁ ব্ৰহ্মদেশৰ সৈতে নানা যুদ্ধ-বিগ্ৰহত লিপ্ত থাকিও বৈষ্ণৱ ধৰ্ম্মৰ মাজেদি মণিপুৰ ৰাজ্যত সংস্কাৰ আৰু কৃষ্টিকলাৰ যি অবদান দিয়ে তাৰ পৰাই এওঁ এজন প্ৰতিভাশালী ৰজা বুলি জনাজাত হয়। গৰীব নিৱাজৰ পূৰ্ব্বে মণিপুৰত বৈষ্ণৱ ধৰ্ম্মৰ প্ৰচাৰ হৈছিল যদিও, ই ৰাজধৰ্ম্ম স্বৰূপে গৃহীত হোৱা নাছিল। এওঁৰ পিতাক

---

(১) গৰীব নিৱাজৰ মৃত্যুৰ সঠিক চনটো পোৱা নেযায়। এই সম্পৰ্কে "History of Manipur," "Glimpse of Manipur" আৰু "Introduction to Manipur," এই তিনিখন কিতাপত নিৰ্ণয় নাই। কিন্তু বাবু জানকী বসাকে "মণিপুৰ প্ৰহেলিকাত" (পৃ: ২৬) লিখিছে "পাৰছিবা শীৰ, অবিবেক ৰাজ্যলোলুপ জ্যেষ্ঠপুত্ৰ অগত্সাহ কৰ্ত্তৃক ১৭৫৩ খৃষ্টাব্দে নিহত হয়েন।"

চৰাইৰোংবাই মাধব পন্থী বৈষ্ণৱ ধৰ্ম্ম গ্ৰহণ কৰিছিল আৰু শান্তিদাস অধিকাৰীয়ে মণিপুৰলৈ অহাৰ আগেয়ে মণিপুৰত ৰাধা-কৃষ্ণৰ মন্দিৰ স্থাপনা কৰিছিল। শ্ৰীচৈতন্যৰ অনুগামী সকলে মণিপুৰত বৈষ্ণৱ ধৰ্ম্মৰ মাহাত্ম্য প্ৰচাৰ কৰাৰ আগেয়ে উত্তৰ ভাৰতৰ ৰামানন্দী বৈষ্ণব শ্ৰীশান্তিদাস অধিকাৰীয়ে ৰজা গৰীব নিৱাজৰ আমোলত এই ৰাজ্যত ৰামানন্দী বৈষ্ণৱ পন্থাৰ বহুল প্ৰচাৰ কৰে। গৰীব নিৱাজৰ ৰাজত্ব কালত মণিপুৰত ৰামজীৰ মন্দিৰ স্থাপিত হয় আৰু তেওঁ সৰ্ব্বতোভাবে এই পন্থাক সমৰ্থন কৰিছিল।

মহাৰাজ গৰীব নিৱাজৰ ৭ জন পুতেকৰ ভিতৰত প্ৰথমা ৰাণীৰ একমাত্ৰ সন্তান শ্যামছাহৰ নিষ্ঠুৰ হত্যাৰ পিচত, দ্বিতীয়া ৰাণীৰ পুত্ৰ অজিতছাহে (উগতছাহ, কাকিলাল থাবা) ৰাজসিংহাসন অধিকাৰ কৰে। এওঁৰ আন ৫ জন ভায়েক আছিল--- নন্দছাহ, টংছাহ, সব্যসাচী, ভৰতছাহ আৰু শত্ৰুঘ্নচাহ। মণিপুৰী লিখকসকলৰ মতে গৰীব নিৱাজৰ ১০ জনী ৰাণীৰ ১৮ জন পুতেক আছিল। (১)

পিতাকৰ মৃত্যুৰ পিচত অজিতছাহে নিষ্কণ্টকে ৰাজসিংহাসনত বহি, তাত নিগাজী হ'ল বুলি ভাবিলে। তেওঁ ভাবিছিল তেওঁ পিতৃহত্যাৰ ষড়যন্ত্ৰত নিৰ্লিপ্ত বুলি সেই কলঙ্কৰ হাত এৰুৱাই অবাধে আজীৱন ৰাজত্ব কৰিব। কিন্তু তেওঁ ৫ বছৰ ৰাজত্ব কৰাৰ পিচত তেওঁৰ দুষ্কৃতি সম্পূৰ্ণৰূপে প্ৰকাশ পালে। তেওঁ 'দুখীয়াৰ বন্ধু' গৰীৱ নিৱাজৰ পৰোক্ষ ঘাতক বুলি তেওঁৰ বিপৰীতে ৰাইজ জাগি উঠিল। ইমানলৈ ভায়েক ভৰতছাহে তেওঁক সিংহাসনৰ পৰা আতৰাবলৈ মাত্ৰ সুযোগ বিচাৰি আছিল। এই অভিপ্ৰায় সিদ্ধি কৰিবলৈ প্ৰজাৰ সমৰ্থনত বিনাৰক্তপাতে অজিতছাহক ৰাজ্যৰ পৰা বিতাড়িত কৰি ভৰতছাহে নিজে সিংহাসন অধিকাৰ কৰিলে (১৭৫২ খৃঃ)। অজিতছাহে কাছাৰত গৈ আশ্ৰয় ললে।

শত্ৰুঘ্নছাহ, ভৰতছাহৰ সৈতে একেলগে থাকি, তেওঁৰ আশ্ৰয়ত আছিল। পিতৃঘাতী শত্ৰুঘ্নছাহক আশ্ৰয় দিয়া বাবে, অজিতছাহৰ নিচিনা একেই অপৰাধত, শ্যামছাহৰ পুত্ৰ গৌৰছাহে

---

(১) "Glimpse of Manipur" Rajkumar. S. Singh ( P. 20 )
১৭৫২ খৃষ্টাব্দত মৃত্যু হোৱা বুলি এডিয়া আমাক লিখি জনাইছে।

ভৰতছাহক ৰাজ্যৰ পৰা খেদি নিজে সিংহাসন অধিকাৰ কৰিলে (১৭৫৩ খৃ: )। মণিপুৰৰ অধীনস্থ সম্ভ্ৰান্ত সকলে মিলি গৌৰছাহক মণিপুৰ ৰাজসিংহাসনৰ উত্তৰাধিকাৰী বুলি মানি লয়। ভৰতছাহে দেখিলে গৌৰছাহৰ বিপক্ষে ব্ৰহ্মৰাজৰ আশ্ৰয় লোৱা ভিন্ন তেওঁৰ অইন উপায় নাই, গতিকে তেওঁ ব্ৰহ্মৰাজ আলুংপায়াৰ আশ্ৰয় চাপিলে।

নিশকতীয়া খোৱা গৌৰছাহে অকলে ৰাজ্যভাৰ চলোৱা কঠিন ভাবি তেওঁৰ ভায়েক জয়সিংহক (১) যুৱৰাজ নিযুক্ত কৰিলে; আৰু উভয়ে পালবদলকৈ ৰাজকাৰ্য্য চলাবলৈ স্থিৰ কৰিলে। ১৭৬৪ খৃ: অত গৌৰছাহৰ মৃত্যুলৈকে তেওঁলোকে এইদৰে ৰাজকাৰ্য্য চলাইছিল (২)।

ইতিমধ্যে ব্ৰহ্মৰ আভ্যন্তৰীণ কুশাসনৰ কাৰণে গৃহযুদ্ধ হোৱাত মণিপুৰ ব্ৰহ্মৰ আক্ৰমণৰ পৰা নিৰুপদ্ৰব হৈ আছিল। মন তৈলাকৰ হাতত টাঙুবংশ মূলচ্ছেদ হোৱাৰ পিচত আলুংপায়া (আলোমপ্ৰা) নামেৰে যুজাৰু এজনে ব্ৰহ্মৰ সিংহাসন হস্তগত কৰি ব্ৰহ্মত নতুন ৰাজবংশ এটা স্থাপন কৰে। আলুংপায়াই সিংহাসন স্থায়ী কৰি গৃহ-যুদ্ধৰ সময়ত হেৰুওৱাৰ ঠাইবোৰ পুনৰ ব্ৰহ্মৰ অধিকাৰভুক্ত কৰিবলৈ সিদ্ধান্ত লয়। ১৭৫৫ খৃঃ অত প্ৰথমবাৰ তেওঁ এই উদ্দেশ্যে মণিপুৰ আক্ৰমণ কৰায়। মণিপুৰ উচন কৰি তেওঁ মণিপুৰৰ ওপৰত ব্ৰহ্মৰ পূৰ্ণ আধিপত্য বিস্তাৰ কৰে। কিন্তু মণিপুৰী সকলে ব্ৰহ্মৰ আধিপত্য মানিব খুখুজিছিল আৰু সেইকাৰণে ব্ৰহ্মৰ বিপৰীতে মণিপুৰত বিদ্ৰোহ হয়। এই বিদ্ৰোহৰ গম পাই দুৰ্দ্ধৰ্ষ ব্ৰহ্মৰাজ আলুংপায়াই নিজে গৈ মণিপুৰ আক্ৰমণ কৰে।

---

(১) জয়সিংহৰ অইন নাম 'চিংথাংখোম্বা' আৰু 'ভাগ্যচন্দ্ৰ সিংহ'। এটা প্ৰবাদ আছে—তেওঁ যেতিয়া পলৰীয়া হৈ অসম ৰজাৰ আশ্ৰয়ত থাকে; তেতিয়া দুৰ্দ্দান্ত বিৰাট বনৰীয়া হাতী এটাক পোহ মনাব নোৱাৰি ৰজাই খোলা অৱস্থাত গড়ৰ ভিতৰত সোমাই ৰাখিছিল; জয়সিংহই কৌশলেৰে সেই হাতীটোক ধৰি বশ কৰে আৰু সেই বাবে ৰজাই তেওঁক 'জয়সিংহ' বুলি মাতে।

(২) কিন্তু কিছুমান মণিপুৰী লিখকৰ মতে ১৭৫৯ খৃ: অত জয়সিংহই ৰাজ্যভাৰ লোৱা বুলি কয়। **In 1759 A D. Moramba ( Gour Shah ) abdicated in favour of Chingthang Khomba to recognise Joy Singh Chingthang Khomba's bravery.**

**—L. I, Shingh. Introduction to Manipur P. 176**

তেওঁ কুবো উপত্যকাৰ মাজেদি গৈ মণিপুৰত সোমায় (১৭৫৮খৃঃ)। এই আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ গৌৰছাহে জয়সিংহ আৰু অনন্তছাহৰ অধীনত দুইফালে দুইদল সৈন্য পঠিয়াইছিল ; কিন্তু এওঁলোকে ব্ৰহ্মৰাজৰ হাতত পৰাস্ত হয়। এনেতে ব্ৰহ্মদেশত বিদ্ৰোহ হোৱাত আলুংপায়াই উভতি যাবলৈ বাধ্য হয়। হলেও এই আক্ৰমণৰ ফলত কুবো উপত্যকা আৰু মণিপুৰৰ অধীনস্থ অইন কিছুমান ঠাই ব্ৰহ্মই অধিকাৰ কৰে।

ভায়েক গৌৰছাহ আৰু জয়সিংহই একেলগে ৰাজকাৰ্য্য চলাইছিল যদিও সময়ত এওঁলোকৰ ভিতৰত বিৰোধ নোহোৱাকৈ নেথাকিছিল। এক সময়ত নিজে ৰাজসিংহাসন অধিকাৰ কৰিব বুলি গৌৰছাহৰ অনুপস্থিতিত জয়সিংহই ৰাজপাটত বহিছিল : ই অতি গৰ্হিত অপৰাধৰ বাবে ৰজাই জয়সিংহক দেশান্তৰী কৰিছিল। ৰজাৰ কোপৰ পৰা সাৰিবলৈ জয়সিংহই মোমায়েক খেলিমুংবা টেলহিবাৰ আশ্ৰয় লয়। কিন্তু ৰজাৰ দায়ৰ ভয়ত মোমায়েকে তেওঁক পৰিত্যাগ কৰিলত নিৰুপায় জয়সিংহই নগাৰ ভেশত মণিপুৰৰ পৰা পলাই থিগোমাইলৈ (কহিমা) আহে আৰু তাৰ পৰা টেখাওত (অসম) সোমায়। অসমৰ ৰজাই তেওঁক সাদৰি আশ্ৰয় দিয়ে। এইদৰে কিছুকাল অসমৰ ৰজাৰ আশ্ৰয়ত থকাৰ পিচত, তেওঁ কুকীৰ সাজপাৰলৈ ছদ্মবেশেৰে আকৌ মণিপুৰ পায়গৈ (১)।

বাৰম্বাৰ ব্ৰহ্মৰ আক্ৰমণতকৈও, ঘৰুৱা বিবাদেই মণিপুৰৰ ভাগ্য নিয়ন্ত্ৰণ কৰিছিল বুলিব পাৰি। অজিতছাহ কাছাৰত দেশান্তৰিত হৈ থাকি, কি সুযোগত তেওঁৰ হেৰোৱা ৰাজ্য পুনৰ হস্তগত কৰিব পাৰে, তাৰে অপেক্ষাত বৈ আছিল ; তেওঁ বিদেশী শক্তি এটাৰ সহায় আৰু সহানুভূতি বিচৰাৰ লগে লগে মণিপুৰৰ ৰাষ্ট্ৰীয় সম্পৰ্কৰ এটা জটিল অৱস্থাৰ সৃষ্টি হয়, আৰু অৱশেষত সেয়ে গৈ মণিপুৰ পতনৰ কাৰণ হয়।

ব্ৰহ্মৰ আক্ৰমণৰ উপৰিও, গৌৰছাহ আৰু জয়সিংহৰ বিবাদৰ কাৰণে মণিপুৰৰ শাসনকাৰ্য্য শিথিল হোৱা জানি, সেই চেগতে

(১) History of Manipur—P 50. by J. Roy

সবল ইংৰাজ পক্ষৰ আশ্ৰয় লৈ অজিতছাহে এই অভিপ্ৰায় সিদ্ধিৰ চেষ্টা কৰিলে। তেওঁ ত্ৰিপুৰাৰ ৰজাৰ জৰিয়তে ইষ্ট্ ইণ্ডিয়া কোম্পানীৰ সহায় বিচাৰি আবেদন দিলে যে, যিহেতু এওঁৱেই মণিপুৰ ৰাজসিংহাসনৰ নায্য উত্তৰাধিকাৰী গতিকে ইংৰাজে তেওঁৰ দাবী সমৰ্থন কৰিব লাগে। অজিতছাহৰ সপক্ষে ইংৰাজ ইষ্ট্ ইণ্ডিয়া কোম্পানীৰ সুদৃষ্টিৰ গম পাই, তেওঁৰ সেই চেষ্টাৰ বিপৰীতে প্ৰতিবেদন পত্ৰৰ সৈতে, জয়সিংহই হৰিদাস গোস্বামীক তেওঁৰ প্ৰতিনিধি স্বৰূপে চিটাগঙ্ ইংৰাজ কুঠীৰ নায়ক মিঃ হেৰি ভাৰ্লেষ্টৰ ( Harry Verelst ) ওচৰলৈ পঠিয়াই দিয়ে। অজিত ছাহৰ অপৰাধৰ সবিশেষ বৰ্ণনা পাই ইংৰাজে তেওঁৰ আবেদন প্ৰত্যাখ্যান কৰিলে আৰু জয়সিংহই মণিপুৰ সিংহাসনৰ প্ৰকৃত উত্তৰাধিকাৰী বুলি সাব্যস্ত কৰি, তেওঁক ব্ৰহ্ম আৰু অজিত ছাহৰ বিৰুদ্ধে সমৰ্থন কৰিব বুলি আশ্বাস দিলে।

এই সময়ত পৃথিবী জুৰি ইংৰাজ আৰু ফৰাচীৰ মাজত সাত বছৰীয়া ৰণ চলি আছিল। ব্ৰহ্মৰাজে ফৰাচীৰ পক্ষ সমৰ্থন কৰিছিল আৰু পাৰেমানে ইংৰাজৰ ক্ষতি কৰিবলৈ লাগি, ইৰাবতী নদীৰ মোহনাত ইংৰাজ অধিকাৰ নাইগ্ৰেচ দ্বীপ ধ্বংস কৰে। এনেহেন শত্ৰুৰ বিপক্ষে মণিপুৰক সহায় দিবলৈ স্বভাৱতে ইংৰাজ মান্তি হ'ল। উভয় পক্ষে ৯ দফাৰ চুক্তি মানি ললে আৰু ১৭৬২ খৃষ্টাব্দৰ ১৪ চেপ্তেম্বৰ তাৰিখে মণিপুৰৰ ৰাজশক্তি বঢ়াবলৈ বুলি সক্ৰিয়ভাৱে ইংৰাজে মণিপুৰৰ সৈতে মিত্ৰতাসূত্ৰে সন্ধি স্থাপন কৰিলে। চমুকৈ এই সন্ধিৰ ঘাই চৰ্ত্ত আছিল এই—

(১) ব্ৰহ্মৰাজে অধিকাৰ কৰা ঠাই আৰু লুটিলোৱা বয়বস্তু উদ্ধাৰ কৰিবলৈ ইষ্ট্ ইণ্ডিয়া কোম্পানীয়ে মণিপুৰক আৱশ্যকীয় সৈন্যৰ সহায় দিব।

(২) এই সৈন্য বাহিনীৰ খৰছ মণিপুৰে মাহিলি আদায় কৰিব।

(৩) নেগ্ৰেইচ আৰু আন ঠাইত ব্ৰহ্মই ইংৰাজৰ যি ক্ষতি কৰিছে সেই ক্ষতি আদায় কৰিবলৈ মণিপুৰে সসৈন্যে ইংৰাজক সহায় কৰিব।

(৪) ইংৰাজৰ ক্ষতিক মণিপুৰ ৰজাই নিজৰ ক্ষতি বুলি বিবেচনা কৰিব আৰু ইংৰাজৰ প্ৰতি যি কোনো শত্ৰুৰ অপমান সূচক ব্যৱহাৰত প্ৰতিবাদ কৰিব।

(৫) পৰস্পৰৰ শত্ৰুক নিজ শত্ৰু বুলি বিবেচনা কৰিব।

(৬) ইষ্টইণ্ডিয়া কোম্পানীৰ বেহা বেপাৰৰ সুচল আৰু নিৰাপত্তাৰ বাবে আৱশ্যকীয় কুঠী আৰু দুৰ্গ সাজিবলৈ বিনাৰাজহে চিৰস্থায়ী বন্দোবস্তত মণিপুৰত উপযুক্ত ঠাই দিব।

(৭) কোনো প্ৰকাৰৰ বাধা আৰু কৰ কাটল নোহোৱাকৈ মণিপুৰ ৰাজ্যত ইংৰাজক বেহা বেপাৰৰ সুযোগ দিব আৰু ইংৰাজক যি কোনো আক্ৰমণকাৰীৰ হাতৰ পৰা ৰক্ষা কৰিব।

(৮) পৰস্পৰৰ বিনাসন্মতিত উভয়পক্ষে ব্ৰহ্মাৰ সৈতে সন্ধি নকৰিব।

(৯) ইংৰাজে উভয়ৰ ক্ষতিপূৰণৰ বাবে ব্ৰহ্মাৰ বিপক্ষে সৈনা পৰিচালনা কৰি, মণিপুৰক ব্ৰহ্মাৰ অংশ অধিকাৰ কৰি দিলে, মণিপুৰে ইংৰাজৰ সকলো ক্ষতিপূৰণ কৰিব লাগিব।

এয়ে মণিপুৰৰ সৈতে ইংৰাজৰ প্ৰথম ৰাষ্ট্ৰীয় সম্পৰ্ক। এই চৰ্ত্তাৱলী অনুসৰি ব্ৰহ্মাই অধিকাৰ কৰা মণিপুৰৰ কিয়দংশ ৰাজ্য উদ্ধাৰ কৰিবৰ বাবে মিঃ ভাৰ্‌লেষ্টএ সৈন্য এদল লৈ চিটাগঙৰ পৰা মণিপুৰ অভিমুখে যাত্ৰা কৰে (১৭৬৩ চন/জানুৱাৰী)। তেওঁ বহুকষ্টে তেতিয়াৰ কাছাৰৰ ৰাজধানী খাচপুৰলৈ আহি, আৰু আগুৱাব নোৱাৰিলে। বাটতে তেওঁৰ বহু সৈন্য মৰি-হাজি হাৰাশাস্তি হোৱাত, অগম্য মণিপুৰৰ বাটত আগুৱাব নোৱাৰি আৰু বিশেষকৈ বঙ্গদেশত ইংৰাজৰ নতুন ৰাষ্ট্ৰীয় সঙ্কট উপস্থিত হোৱাত, তেওঁ চিটাগঙলৈ উভতি যাবৰ বাধ্য হয়।

এই সুযোগতে গৌৰছাহে মণিপুৰৰ সিংহাসন অধিকাৰ কৰে। হৰিদাস গোস্বামীয়ে চিটাগঙৰ পৰা সন্ধিৰ চৰ্ত্তাৱলী লৈ মণিপুৰলৈ উভতি আহি জয়সিংহক নেপালে; তেতিয়া গৌৰছাহে তেওঁক দেশান্তৰিত কৰিছিল। গৌৰছাহে তেওঁৰ তিনিজন প্ৰতিনিধি চিটাগঙলৈ পঠিয়াই দি (১৭৬৩/অক্টোবৰ) হৰিদাস গোস্বামীয়ে অনা প্ৰস্তাৱবোৰ সাব্যস্ত কৰে (১)। ইয়াৰ পিচতেই গৌৰছাহৰ মৃত্যু হয়। [১৭৬৪]।

জয়সিংহৰ গোটেই জীৱন যুদ্ধময় অশান্ত জীৱন বুলিব পাৰি। সততে ব্ৰহ্মই মণিপুৰৰ প্ৰধান শত্ৰু আছিল। জয়সিংহৰ

---

(১) History of Manipur—P. 54—J. Roy

ৰাজত্ব কালত, এবাৰ নহয়, দুবাৰ নহয় তিনিবাৰ আক্ৰমণ কৰি ব্ৰহ্মই মণিপুৰ ধ্বংস কৰে আৰু বাৰেপতি তেওঁ দেশ এৰি পলাব লগীয়া হয়। তেওঁ ৰাজ্যভাৰ লোৱাৰ সময়ত চিন্‌বিউচিন্‌ ব্ৰহ্মৰ ৰজা আছিল। আলুংপায়াৰ নিচিনাকৈ মণিপুৰ গ্ৰাস কৰিবৰ উদ্দেশ্যে এওঁ নিজে মণিপুৰ আক্ৰমণ কৰিছিল। ব্ৰহ্মৰাজৰ আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ সকলো চেষ্টা ব্যৰ্থ হোৱাত জয়সিংহই কাছাৰলৈ পলায়; কিন্তু তাত তেওঁ নিৰাপদ নহয় জানি, কছাৰী ৰজা ৰামচন্দ্ৰৰ সৈতে অসমলৈ আহি স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ আশ্ৰয় লৈছিল। অসমৰ সৈতে নিগাজী সম্পৰ্ক কৰিবৰ উদ্দেশ্যে মণিপুৰৰ ৰজাই তেওঁৰ জীয়েক কুৰঙ্গনয়নীক ৰাজেশ্বৰ সিংহক সম্প্ৰদান কৰিবলৈ আগবঢ়ায়। বব্ৰুবাহনৰ বংশজাত কন্যাক গ্ৰহণ কৰিবলৈ আহোম স্বৰ্গদেউৱে অমান্তি নহ'ল।

এই মিত্ৰভাৱৰ চিন স্বৰূপে বৰ্ম্মীৰ হাতৰ পৰা ৰাজ্য উদ্ধাৰ কৰিবলৈ আহোম ৰজাই জয়সিংহক সামৰিক সহায় দিলে। হৰনাথ ফুকনৰ অধীনত ৫০ হেজাৰ অসমীয়া সৈন্যই প্ৰায় ৪ মাহ নগা পৰ্ব্বতৰ অৰণ্য কাটি মণিপুৰলৈ বাট উলিয়াব নোৱাৰিলে। খাদ্যাভাৱ আৰু বেমাৰ-আজাৰত অগণন সৈন্য মৰিল; তদুপৰি নগাই বাট এৰি নিদিয়াত অৱশিষ্ট সৈন্য উভতি আহিবলৈ বাধ্য হ'ল। এইদৰে 'লতাকটা' ৰণৰ অন্ত হয়।

আহোম ৰজা আৰু কছাৰী ৰজাৰ সহায়ত অইন এটা সৈন্যদল গঠন কৰি ৰহাৰ ৰাটেদি গৈ জয়সিংহই কাছাৰত সোমায়। তাতে সহায়কাৰী কিছুমান সংগ্ৰহ কৰি পৰ্ব্বতীয়া বাটেৰে মণিপুৰলৈ আগবাঢ়ে। তেতিয়া ব্ৰহ্মৰাজৰ মনোনীত এখিংবাই ৰাজসিংহাসন অধিকাৰ কৰি আছিল। জয়সিংহৰ আগমণত সকলো প্ৰজাই উৎসাহেৰে তেওঁক সমৰ্থন কৰিলে আৰু তেওঁ সহজে এখিংবাক পৰাস্ত কৰি ৰাজসিংহাসন কাঢ়ি ললে (১৭৬৮)। ইয়াৰ পিচত ১৭৭০ আৰু ১৭৮২ খৃষ্টাব্দত ব্ৰহ্মই আকৌ মণিপুৰ আক্ৰমণ কৰিছিল। প্ৰতিবাৰে তেওঁ দেশ এৰি পলাতক হৈ থাকিব লগীয়া হয় আৰু প্ৰজাৰ অশেষ দুৰবস্থা হয়। উপায় নেপাই শেষত তেওঁ ব্ৰহ্মৰাজ বডোপায়াৰ সৈতে সন্ধি স্থাপন কৰি তেওঁৰ ৰাজত্বৰ বাকীছোৱা কালত মণিপুৰৰ সৰ্ব্বাঙ্গীন উন্নতিৰ চেষ্টা কৰে।

অসম আৰু মণিপুৰৰ মাজত কেতিয়াও বিৰোধ ভাব নাছিল। দুয়ো ৰাজ্য মিত্ৰতাৰ বান্ধোনত থাকি পৰস্পৰে সহায় কৰিছিল। স্বৰ্গদেউ গৌৰীনাথ সিংহৰ বিপক্ষে মোৱামৰীয়া বিদ্ৰোহৰ সময়ত জয়সিংহই ৰাজেশ্বৰ সিংহৰ উপকাৰৰ শলাগ নেপাহৰি তেওঁ সসৈন্যে আহি অসম ৰজাক সহায় দিছিল (১৭৯২)।

ৰজা গৰীব নিৱাজ পামহিবাই মণিপুৰ ৰাজ্যৰ উন্নতিৰ কাৰণে যি কাম সম্পন্ন কৰিব পৰা নাছিল, তেওঁৰ উপযুক্ত নাতিয়েক জয়সিংহই নানা বিলাই বিপত্তি সহিও সেই কাম সমাধা কৰে। তেওঁৰ আমোলতেই গৌড়ীয় বৈষ্ণৱধৰ্ম্ম মণিপুৰত প্ৰতিষ্ঠিত হয়। জয়সিংহ বৰ ধাৰ্ম্মিক পুৰুষ আছিল। তেওঁৰ জীৱনৰ চৰম লক্ষ্য আছিল ভগবান ভক্তি। ধৰ্ম্মৰাজ জয়সিংহৰ আমন্ত্ৰণত শ্ৰীচৈতন্যৰ সবংশীয় ৰামনাৰায়ণ শিৰোমণিয়ে প্ৰথমে মণিপুৰত চৈতন্য পন্থা প্ৰবৰ্ত্তন কৰিছিল। জয়সিংহই ৰাজহাউলীত গোবিন্দজীৰ মন্দিৰ স্থাপন কৰে আৰু এই কৃতকাৰ্য্যতাৰ বাবে 'ভাগ্যচন্দ্ৰ' নাম লয়। ভগবান আৰাধনাৰ বাবে মণিপুৰত ৰাস গীতবাদ্য, নাচ আদি চাৰুকলাৰ প্ৰবৰ্ত্তক তেওঁৱেই। তেওঁৰ কন্যা চিজা লাইৰোবী গোবিন্দজীৰ প্ৰেমত তন্ময় হৈ তেওঁৰ প্ৰাৰ্থনাৰ কাৰণে নানাবিধ কীৰ্ত্তন আৰু নাচৰ সৃষ্টি কৰে। এওঁ মণিপুৰত 'ৰাধা' নামে প্ৰখ্যাত হয়। মণিপুৰৰ ৰাস-নাচৰ সৃষ্টিকাৰিণী আছিল এই ৰাজকন্যা লাইৰোবী।

সেই সময়ত মণিপুৰ ককৃপী (১) নামেৰে এজন বৰ দুশ্চৰিত্ৰ বামুণ আছিল। এই বামুণজনে ব্ৰাহ্মণী এজনীক হত্যা কৰে। এই অপৰাধৰ বাবে তাক শাস্তি দিবলৈ ৰজাই তেওঁৰ বিষয়াসকলক নিৰ্দ্দেশ দিছিল। কিছুদিন পিছত ৰজাই জানিব পাৰিলে যে ককৃপীৰ এই অপৰাধ শাস্তি স্বৰূপে বিষয়াসকলে তাক বধ কৰিছে। অপৰাধী হলেও তেওঁৰ ৰাজ্যত, বামুণ এজনক হত্যা কৰা শুনি ৰজাৰ মনত বৰ অনুতাপ হ'ল। এই বাবে তেওঁ সকলো সাংসাৰিক কাৰ্য্যৰ পৰা অৱসৰ লৈ বাকী কাল নবদ্বীপত ভগবান চিন্তাত কটাবলৈ মন কৰিলে। এই সংকল্প অনুসৰি তেওঁৰ পুত্ৰ ৰবিনো চন্দ্ৰক (লাবণ্য চন্দ্ৰ) ৰাজ্যভাৰ দি তেওঁ নবদ্বীপলৈ প্ৰস্থান কৰে। অতি দুখীয়া অৱস্থাত তেওঁ গৈ নবদ্বীপত উপস্থিত হয়।

(১) Samurailatpam Kokpei Sharma

তেতিয়া নবদ্বীপত মণিপুৰৰ ৰজাৰ আশ্ৰয়স্থান নাছিল ; নৈৰ পাৰত জিৰণি ঘৰ এটা সাজিবৰ বাবে এডোখৰ ঠাই খুজি ৰাসবিহাৰী দাস নামেৰে তেওঁৰ প্ৰতিনিধি এজনক তেতিয়াৰ ভাৰতৰ গবৰ্ণৰ জেনেৰেল লৰ্ড ওৱেলেচ্‌লিৰ (Lord Mornington) ওচৰলৈ পঠায়। নবদ্বীপত কিছুদিন থাকি তেওঁ নাৱেৰে বৃন্দাবনলৈ যাওঁতে মুৰ্শিদাবাদ জিলাৰ ভগৱানগোলা নামেৰে ঠাইত তেওঁৰ মৃত্যু ঘটে (১৭৯৯ খৃঃ)। তেওঁৰ কন্যা লাইৰোবীয়ে তেওঁৰে সৈতে নবদ্বীপত বাস কৰিছিল। পিতাকৰ মৃত্যুৰ পিচত তেওঁ আৰু দেশলৈ উভতি নাহিল।

মণিপুৰৰ ইতিহাসত দেখা যায়, একোজন প্ৰতাপী ৰজাৰ পিচতেই ৰাজকুমাৰসকলৰ লোভ আৰু ঘৰুৱা বিবাদৰ বাবে ৰাজ্যত বিশৃঙ্খলতাৰ সৃষ্টি হয় আৰু তৃতীয় পক্ষই তাৰ সুযোগ লয়। শক্তিশালী ৰজা গৰীব নিৱাজৰ পিচতেই ঘৰুৱা বিবাদৰ ফলত জয় সিংহৰ ৰাজত্বলৈকে ব্ৰহ্মই মণিপুৰ উচন কৰিছিল। আকৌ জয়সিংহৰ পিচত ঘৰুৱা বিবাদৰ কাৰণে ব্ৰহ্মই মণিপুৰত অধিকাৰ স্থাপন কৰিবৰ চেষ্টা কৰোতে ইংৰাজে ব্ৰহ্মক খেদি মণিপুৰত নিগাজী হয়, আৰু অবিকল গৃহকন্দলৰ কাৰণে শেষত মণিপুৰৰ স্বাধীনতা লোপ পায়।

প্ৰজানুৰঞ্জক ধাৰ্ম্মিক ৰজা জয়সিংহৰ ৰাজ্যৰ শান্তি আৰু কুশলৰ অৰ্থে কৰা সকলো আশা আকাশ কুসুমত পৰিণত হ'ল। তেওঁৰ বৰ্ত্তমানে জ্যেষ্ঠপুত্ৰ ৰবীনোচন্দ্ৰক সিংহাসন অৰ্পণ কৰিছিল যদিও. তেওঁৰ মৃত্যুৰ পিচতেই সিংহাসনৰ বাবে পুতেকহঁতৰ ভিতৰত মাৰাত্মক বিৰোধৰ সৃষ্টি হ'ল। ৰজাৰ জীৱন কালতেই তেওঁৰ সৰ্ব্বজ্যেষ্ঠ পুত্ৰ সানাহালৰ মৃত্যু হয়। লাবণ্যচন্দ্ৰ, মধুচন্দ্ৰ, তুলসীজিৎ, চৌৰজিৎ, মাৰজিৎ, দাওজী আৰু গম্ভীৰসিংহ, বাকী এই সাতজনে পৰস্পৰক অস্ত্ৰাঘাত কৰি সিংহাসন লভিবৰ বাবে ব্যগ্ৰ হৈ উঠিল (১) ভোগ আৰু ক্ষমতাৰ কাৰণে ভ্ৰাতৃ-ৰক্ত পাত কৰিবলৈ এওঁলোকে অলপো কুণ্ঠিত নহ'ল।

দাওজী আৰু গম্ভীৰ সিংহই ৰজা লাবণ্যচন্দ্ৰৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰি আছিল ; এনেতে এদিন ৰজাই পলো খেল পথাৰৰ

(১) কিছুমান লিখকে তুলসীজিৎ আৰু দাওজীৰ বাহিৰে আন ৫ জনকহে পুতেক বুলি কয়।
Glimpse of Manipur—Rajkumar S. Singh—P.26.

পৰা উভতি আহোতে ঘাতকৰ হতুৱাই এওঁলোকে ৰজাক হত্যা কৰে (১৮০০ খৃঃ)। কিন্তু ষড়যন্ত্ৰকাৰী সকলৰ সিংহাসন অধিকাৰ কৰা উদ্দেশ্য সফল নহ'ল। আন ভায়েক মধুচন্দ্ৰই সিংহাসন অধিকাৰ কৰিলে। সিংহাসন যাতে তেওঁৰ স্থায়ী হয় তাৰ বাবে চৌৰজিৎ আৰু মাৰজিতক যথাক্ৰমে যুবৰাজ আৰু সেনাপতি নিযুক্ত কৰিলে।

ৰাজসিংহাসনেই যেতিয়া সকলোৰে কাম্য, যুবৰাজ পদলৈ চৌৰজিতে সন্তুষ্ট নেথাকিল। তেওঁ যুবৰাজ পদ পৰিত্যাগ কৰি কিছুদিনৰ বাবে নবদ্বীপলৈ যায়। তাৰপৰা কাছাৰলৈ উভতি আহি তাত এদল সৈন্য সংগ্ৰহ কৰে আৰু সেনাপতি মাৰজিতে তেওঁৰে সৈতে যোগ দিয়ে। চেংভাইথেনৰ ৰণত মধুচন্দ্ৰ হাৰি কাছাৰলৈ পলায়। চৌৰজিতে ৰাজসিংহাসন অধিকাৰ কৰিলে আৰু মাৰজিতে তেওঁৰ অধীনত যুৱৰাজ আৰু সেনাপতিৰ পদ ললে (১৮০৩খৃঃ)। মধুচন্দ্ৰই সিংহাসন উদ্ধাৰৰ বাবে শেষ চেষ্টা কৰিবলৈ বুলি তেওঁৰ জীয়েক ইন্দুপ্ৰভাক কছাৰী ৰজা কৃষ্ণচন্দ্ৰৰ ঠাইত বিয়া দিয়ে আৰু কৃষ্ণচন্দ্ৰৰ সহায়ত বিষ্ণুপুৰত চৌৰজিতৰ সৈতে ৰণ দিয়ে; এই ৰণত চৌৰজিতে মধুচন্দ্ৰক বধ কৰে (১৮০৯ খৃঃ)।

একেই অৱস্থাত আৰু একেই কাৰণত মাৰজিতে চৌৰজিতৰ বিপক্ষে বিদ্ৰোহৰ সূচনা কৰিলে। বিদ্ৰোহ সফল নহল, গতিকে তেওঁৰ উদ্দেশ্য সিদ্ধিৰ বাবে কাছাৰৰ প্ৰতাপী ৰজাৰ সহায় লোৱাই উচিত বিবেচনা কৰি ৰজা কৃষ্ণচন্দ্ৰৰ আশ্ৰয় ললে। এনেতে কৃষ্ণচন্দ্ৰৰ ভায়েক গোবিন্দচন্দ্ৰৰ সৈতে মাৰজিতৰ বিবাদ হয়। মাৰজিতৰ কেইটামান বাচকৃৱনীয়া ঘোৰা গোবিন্দচন্দ্ৰই তেওঁৰ ইচ্ছাৰ বিপৰীতে বলেৰে কাঢ়ি লোৱাত তেওঁ লাঞ্ছিত হৈ আভালৈ প্ৰস্থান কৰিলে। ব্ৰহ্মৰজা বদোপায়াৰ আশ্ৰয় চাপি তেওঁ প্ৰতিশ্ৰুতি দিলে যে, ব্ৰহ্মৰাজে সামৰিক সহায় দি তেওঁক মণিপুৰৰ সিংহাসনত বহুৱাব পাৰিলে তেওঁ কুবো উপত্যকা ব্ৰহ্ম ৰাজক এৰি দিব আৰু ব্ৰহ্মৰাজৰ বশ্যতা স্বীকাৰ কৰিব। ৰজা বদোপায়াই এই প্ৰতিশ্ৰুতিত মাৰজিতক সামৰিক সহায় দিবলৈ মান্তি হ'ল আৰু এই সন্ধিসূত্ৰে ব্ৰহ্মৰ সৈন্যবাহিনী লৈ মাৰজিতে

মণিপুৰত প্ৰবেশ কৰিলে (১৮১৩ খৃঃ)। কাকৃচিং পঞ্জাও নামেৰে ঠাইত উভয় পক্ষৰ ৰণ হ'ল। সেই ৰণত চৌৰজিৎ পৰাস্ত হৈ ভায়েক গম্ভীৰ সিংহৰ সৈতে কাছাৰলৈ পলাল আৰু মাৰ্জিতে ৰাজসিংহাসন অধিকাৰ কৰিলে।

মণিপুৰৰ ৰাজকুমাৰ সকলৰ পৰস্পাৰৰ বিৰোধৰ কাৰণে কাছাৰত এটা জটিল ৰাষ্ট্ৰীয় সমস্যাৰ সৃষ্টি হ'ল। চৌৰজিতে কাছাৰলৈ গৈ কছাৰী ৰজা গোবিন্দচন্দ্ৰৰ সৈতে সৰহকাল সম্ভাব ৰাখিব নোৱাৰি জয়ন্তীয়াৰ ৰজা ৰামসিংহৰ আশ্ৰয় ললে। নিজ ৰাজ্য হেৰুৱাই সম্প্ৰতি চৌৰজিতৰ অভিপ্ৰায় হ'ল, জয়ন্তীয়াৰ সহায়ত বৈৰী কছাৰী ৰজাৰ হাতৰ পৰা পাৰিলে কাছাৰৰ এক অঞ্চল কাঢ়ি লোৱা। আনপক্ষে এই সময়ত গম্ভীৰ সিংহই কাছাৰৰ সৈনিক-বাহিনীৰ সেনাপতি পদ লৈ আছিল; তেওঁও কাছাৰ ৰাজ্যৰ লোভ সামৰিব নোৱাৰি তুলাৰাম, অনন্তৰাম আদি বিষয়া কিছুমানৰ সৈতে মিলি, ৰজা গোবিন্দচন্দ্ৰক সিংহাসনৰ পৰা বঞ্চিত কৰিবলৈ ষড়যন্ত্ৰ কৰিলে। উপায়ান্তৰ হেৰুৱাই গোবিন্দচন্দ্ৰই ইংৰাজৰ সহায় মাগি আবেদন পঠিয়ালে। পূৰ্ব্বৰ পৰাই চৌৰজিতেও ব্ৰহ্মৰ সৈতে ইংৰাজৰ শক্ৰতা জানি, ইংৰাজৰ সহায় বিচাৰি তেওঁৰ খুৰাক ভদ্ৰ সিংহক গৱৰ্ণৰ জেনেৰেলৰ ওচৰলৈ পঠিয়াইছিল। এইদৰে বিৰোধী ৰজা সকলে ক্ৰমে তৃতীয় পক্ষ ইংৰাজক পূব অঞ্চললৈ আগবঢ়াই আনিলে।

মাৰজিৎ তেতিয়া ব্ৰহ্মৰ বলত বলীয়ান। তেওঁ মণিপুৰৰ অপ্ৰতিদ্বন্দী ৰজা। তেওঁৰ প্ৰতি পূৰ্ব্বৰ অপমানৰ প্ৰতিশোধ লবলৈ তেওঁ কাছাৰ আক্ৰমণ কৰিলে; তেওঁৰ বিশ্বাস আছিল তেওঁৰ পলৰীয়া ভায়েকসকলে যেতিয়া কছাৰী ৰজাৰ বিপক্ষে আছে তেওঁ সহজে কছাৰী ৰজাক দমন কৰিব। কিন্তু কাৰ্য্যতঃ সেইটো নহ'ল। কছাৰী ৰজাৰ আমন্ত্ৰণত চৌৰজিৎ আৰু গম্ভীৰ সিংহই কছাৰী ৰজাৰ পক্ষ সমৰ্থন কৰিলে। মণিপুৰৰ প্ৰকৃত ৰজা চৌৰজিতৰ বিপৰীতে মাৰজিতৰ মণিপুৰী সৈন্যবাহিনীয়ে সযতনে অস্ত্ৰ নধৰিব জানি তেওঁ কাছাৰ অভিযান পৰিত্যাগ কৰি মণিপুৰলৈ উভতি গ'ল। ফলত, চৌৰজিতে কাছাৰৰ কিয়দংশ অধিকাৰ কৰি ৰ'ল।

মাৰজিতৰ ৰাজত্ব কালত তেওঁ মণিপুৰৰ কিছুমান উন্নয়ন মূলক কাম সমাধা কৰিব পাৰিছিল। ব্ৰহ্মৰ সৈতে সহযোগ থকাৰ

কাৰণে বেহা-বেপাৰৰ উন্নতি হয়। তেওঁ ৰাজহাউলীৰ নিৰ্ম্মাণ কাৰ্য্য হাতত লোৱাৰ বাহিৰেও আলি-পদুলি সজাই নগৰ সুশোভন কৰিছিল। কিন্তু নানা বিষয়ত তেওঁ ব্ৰহ্মক অনুসৰণ কৰা বাবে তেওঁ প্ৰজাৰ অপ্ৰিয় হয়। তেওঁ ব্ৰহ্মৰ বশ্যতা মানিছিল যদিও প্ৰায় ৭ বছৰ ৰাজত্ব কৰি সেই বশ্যতা নিস্প্ৰয়োজন বুলি ভাবিলে। ব্ৰহ্মৰাজৰ কৰ্ত্তৃত্ব ক্ৰমে তেওঁৰ পক্ষে অসহনীয় হৈ উঠিল আৰু কিদৰে এই কৰ্ত্তৃত্বৰ হাত এৰুৱাব পাৰে তাৰ বাবে যত্নবান হ'ল। কুবো উপত্যকাত লাহে লাহে তেওঁৰ আধিপত্য বিস্তাৰ কৰিব ধৰিলে। ব্ৰহ্মৰাজ বগীদত্তৱাৰ অধীনস্থ হৈ নিজৰাজ্য শাসন কৰাতকৈ ব্ৰহ্মৰ বিৰুদ্ধে আত্মপ্ৰতিস্থা কৰাকেই উচিত বিবেচনা কৰিলে। বগীদত্তৱাই মাৰজিতৰ এই মনোভাব বুজি তেওঁক ব্ৰহ্মৰাজৰ সমুখত আহি বশ্যতা জ্ঞাপন কৰিবলৈ নিৰ্দ্দেশ দিয়ে। মাৰজিতে ব্ৰহ্মৰাজৰ নিৰ্দ্দেশ মানিবলৈ আওকাণ কৰাত ব্ৰহ্মৰাজৰ সৈন্যবাহিনীয়ে মণিপুৰ আক্ৰমণ কৰিলে (১৮১৯ খৃঃ)। মানৰ গতিৰোধ কৰিবলৈ চেষ্টা কৰিছিল যদিও অৱশেষত পৰাস্ত হৈ মাৰজিত কাছাৰলৈ পলাল আৰু মানে মণিপুৰ অধিকাৰ কৰিলে।

ভাতৃ-বিৰোধৰ ভয়াবহ পৰিণাম বুজিব পাৰি মাৰজিতে কাছাৰত গৈ চৌৰজিতৰ ঠাইত আত্মসমৰ্পণ কৰিলে। এতিয়া গৃহস্থক খেদি অতিথিয়ে কাছাৰৰ মালিক হ'ল। চৌৰজিৎ, মাৰজিৎ আৰু গম্ভীৰ সিংহই গোটেই কাছাৰ ৰাজ্য অধিকাৰ কৰিলে। কছাৰী ৰজা গোবিন্দসিংহই এইদৰে বিতাড়িত হৈ কাছাৰ ৰাজ্য ইংৰাজক সম্প্ৰদান কৰাই উচিত বিবেচনা কৰি তেওঁ শ্ৰীহট্টত আশ্ৰয় ললে আৰু তেওঁৰ এই অভিপ্ৰায় ইংৰাজ গবৰ্ণৰ জেনেৰেলক জ্ঞাপন কৰিলে ; ইংৰাজে কিন্তু এই আভ্যন্তৰীণ বিষয়ত যোগ দিবলৈ মান্তি নহ'ল।

মান ৰজাই মণিপুৰ ৰাজ্যত শক্তিশালী ৰজা এজন পাতিব নোৱাৰিলে। এওঁলোকে অকল মণিপুৰ ধ্বংস কৰিয়ে সন্তুষ্ট থাকিবলগীয়া হ'ল ; সেই ৰাজ্যক ব্ৰহ্মৰ অন্তৰ্ভুক্ত কৰিবলৈ একো স্থায়ী পৰিকল্পনা হাতত লব পৰা নাছিল। ফলত হ'লগৈ অস্থায়ী ৰজাৰ ক্ষণিক অশান্ত ৰাজত্ব। ভাৰতৰ পূব অঞ্চলৰ আভ্যন্তৰিক অৱস্থা আছিল তেতিয়া গুৰুতৰ। সক ডাঙৰ সকলোৱে কোনে

কাক উচ্ছেদ কৰি থিতাপি হব পাৰে, সেয়ে আছিল সকলোৰে উদ্দেশ্য। ব্ৰহ্ম, মণিপুৰ, কাছাৰ, জয়ন্তীয়া, অসম এই গোটেই কেইখন ৰাজ্যৰ পৰস্পৰৰ মাজত হোৱা বাদ-বিসম্বাদ আৰু বিৰোধৰ যেন অযাচিতে সুযোগ লবলগীয়া হ'ল বিদেশী ইংৰাজ শক্তিয়ে।

পূৰ্ব্বাঞ্চলত ইংৰাজৰ প্ৰধান শত্ৰু আছিল একমাত্ৰ ব্ৰহ্মৰাজ। ব্ৰহ্ম জয় কৰিব পাৰিলে অইন ৰাজ্যবোৰে সহজেই এওঁলোকৰ আশ্ৰয়প্ৰাৰ্থী হব বুলি এওঁলোকে সঠিককৈ বুজিছিল।

চৌৰজিৎ, মাৰজিৎ আৰু গম্ভীৰ সিংহই তেওঁলোকৰ দুৰ্ভাগ্য সুৰঁৰি কাছাৰ অধিকাৰ কৰিও পৰস্পৰৰ প্ৰতি বিৰোধ এৰি থাকিব নোৱাৰিলে। এওঁলোকৰ ভিতৰত আকৌ মনোমালিন্যৰ সৃষ্টি হ'ল; চৌৰজিৎ আৰু মাৰজিতে গৈ চিলেটত আশ্ৰয় ললে। কছাৰী ৰজা গোবিন্দচন্দ্ৰই মণিপুৰী ৰাজকুমাৰ সকলৰ হাতত পৰা তেওঁৰ ৰাজ্য উদ্ধাৰ কৰিবলৈ ইংৰাজৰ পৰা কোনো সহায় নাপাই এই বিষয়ে ব্ৰহ্মৰাজৰ অনুগ্ৰহ প্ৰাৰ্থী হ'ল। ব্ৰহ্মৰাজে মণিপুৰৰ পৰা কাছাৰলৈ সৈন্য পঠাইছিল যদিও গম্ভীৰ সিংহৰ হাতত পৰাস্ত হৈ উভতি যায়। গম্ভীৰসিংহই বৰ্ম্মীৰ আক্ৰমণৰ বিৰুদ্ধে ইংৰাজৰ সহায় বিচাৰিছিল, কিন্তু ইংৰাজে তেতিয়ালৈ সেই অনুৰোধ আওকাণ কৰিছিল।

ব্ৰহ্ম আৰু ইংৰাজ,—এই দুই সাম্ৰাজ্যবাদী শক্তিয়ে তেতিয়ালৈ নিজ নিজ আচনি অনুসৰি সাম্ৰাজ্য বিস্তাৰৰ চেষ্টাত আছিল। পূব এচিয়াত, অইন নহলেও, ইংৰাজৰ বেহা-বেপাৰৰ অন্তৰায় আছিল ব্ৰহ্মদেশ। ৰাজ্যলোভী ব্ৰহ্ম সম্ৰাট বগীদত্তৱাই ইমানলৈ ভাবিছিল যে যি কোনো প্ৰকাৰে তেওঁ ইংৰাজক পৰাজয় কৰিব আৰু এদিন নহয় এদিন ভাৰতৰ তেওঁ একছত্ৰী সম্ৰাট হব। এই উদ্দেশ্যে ক্ৰমে ব্ৰহ্ম সাম্ৰাজ্য পশ্চিম ফালে বিস্তাৰ কৰি মানে যেতিয়া ইংৰাজ অধিকাৰত হাত দিলে তেতিয়াই এই দুই সাম্ৰাজ্যবাদীৰ ভিতৰত সংঘৰ্ষণৰ সৃষ্টি হ'ল।

ব্ৰহ্ম ৰজাই আৰাকান আৰু চিটাগঙলৈ দখল কৰি ১৮১৭ খৃষ্টাব্দত অসমত প্ৰবেশ কৰিলে। মানে চন্দ্ৰকান্ত সিংহক অসমৰ সিংহাসনত বহুৱাই গোটেই অসমত তেওঁলোকৰ প্ৰতিপত্তি বিস্তাৰ কৰিব বুলি ভাবিছিল। পিচত চন্দ্ৰকান্ত সিংহ মানৰ বিৰুদ্ধ

ভাবাপন্ন হোৱাত, অসমৰ ওপৰত প্ৰতিশোধ লবলৈ বুলি ১৮২১ খৃষ্টাব্দত মান সেনাপতি মিঙ্গিমাহা বান্দুলাই সসৈন্যে অসমত প্ৰবেশ কৰে। এই আক্ৰমণৰ ফলত দুৰ্দ্দমনীয় মান শক্তিয়ে জুই আৰু তৰোৱালেৰে গোটেই অসম চাৰখাৰ কৰিলে। তেতিয়া ইংৰাজে ভাৰতৰ অইন অঞ্চলত সঙ্কটত ব্যস্ত আছিল কাৰণে আৰু বিশেষকৈ ইংৰাজ পাৰ্লিয়ামেণ্টে তেওঁলোকৰ আক্ৰমণ নীতি সমৰ্থন নকৰাত তেওঁলোকে ব্ৰহ্মৰ বিৰুদ্ধে ৰণ কৰিবলৈ ইচ্ছুক হোৱা নাছিল। কিন্তু শেষত যেতিয়া ব্ৰহ্মৰ সৈন্য বাহিনীয়ে ইংৰাজৰ সতৰ্কমূলক নিৰ্দ্দেশ নেমানি ইংৰাজৰ অধিকাৰৰ গোৱালপাৰা আৰু ইংৰাজৰ লগত মিত্ৰভাব যুক্ত কাচাৰ আৰু জয়ন্তীয়াত সোমাল, তেতিয়া ইংৰাজ গবৰ্ণৰ জেনেৰেল লৰ্ড আমহাৰ্ষ্ট (Lord Amherst) ১৮২৪ চনৰ ২৪ ফেব্ৰুৱাৰী তাৰিখে ব্ৰহ্মৰ বিৰুদ্ধে প্ৰকাশ্য ৰণ ঘোষণা কৰিলে।

এই পৰিস্থিতিৰ মাজত মণিপুৰ, কাচাৰ আৰু জয়ন্তীয়া ইংৰাজৰ গুৰুত্বপূৰ্ণ ঠাই হৈ উঠিল, বিশেষকৈ সামৰিক দৃষ্টিভঙ্গীত। ব্ৰহ্মৰ সীমান্তৰ এই ৰাজ্যকেইখনৰ ভিতৰুৱা অৱস্থাক ইমান দিনে ইংৰাজে আওকাণ কৰিছিল; কিন্তু এতিয়া কূট ৰাজনীতি স্বৰূপে আৰু নিজ স্বাৰ্থ সংৰক্ষণৰ কাৰণে ইংৰাজে ব্ৰহ্মৰ শত্ৰু এই ৰাজ্যবোৰৰ ৰজা আৰু ৰাজকুমাৰ সকলৰ মনোমালিন্য গুচাই এই ৰাজ্যবোৰক ব্ৰহ্মৰ বিৰুদ্ধে ইংৰাজৰ মিত্ৰৰাজ্যত পৰিণত কৰিবলৈ সিদ্ধান্ত কৰিলে। তদনুযায়ী কছাৰী ৰজা গোবিন্দ্ৰ চন্দ্ৰই ইংৰাজৰ সৈতে সন্ধি মানি ললে (১) আৰু ইংৰাজে এই সন্ধি সমৰ্থন কৰিলে। একেই চৰ্ত্তত জয়ন্তীয়া ৰজা ইংৰাজৰ ৰক্ষণাবেক্ষণত আছিল। বছৰৰ শেষ ভাগত (১৮২৪ খৃঃ) ইংৰাজৰ প্ৰতি আক্ৰমণত মানে কাছাৰ আৰু জয়ন্তীয়া পৰিত্যাগ কৰিবলৈ বাধ্য হ'ল।

ব্ৰহ্মৰজাৰ হাতৰ পৰা মণিপুৰ উদ্ধাৰৰ উদ্দেশ্যে ইংৰাজে আগবঢ়াৰ আগতে, মণিপুৰৰ পৰম্পৰৰ বিৰোধী ৰাজকুমাৰসকলক তেওঁলোকৰ বিবাদৰ মীমাংসাৰ সাৰ্থকতা বুজাই ইংৰাজ মধ্যস্থী হ'ল। চৌৰজিত আৰু মাৰজিতক ৰাজ্যভাৰ লবলৈ কোৱা হৈছিল যদিও, এওঁলোকে সেই ভাৰ লবলৈ আগ নেবাঢ়িল। ছুৱো

(১) Treaty of Subordinate alliance.

ভায়েকৰ সামৰ্থ্যৰ অভাৱত গম্ভীৰসিংহই এই গুৰুভাৰ বহন কৰিবলৈ ৰাজী হ'ল। এইদৰে ইংৰাজৰ মধ্যস্থতাত গম্ভীৰসিংহ ৰজা হ'ল আৰু সেনাপতি নিযুক্ত হ'ল, গৰীব নিৱাজৰ নাতিয়েকৰ পুতেক নৰসিংহ। মাহিলি ১০০৲ [এশ] টকাকৈ বৃত্তিভোগী হৈ চৌৰজিতে নবদ্বীপত গৈ অৱসৰ ললে আৰু মাৰজিতে শ্ৰীহট্টত থাকোতে তাতেই তেওঁৰ মৃত্যু হ'ল।

এইদৰে মণিপুৰৰ গৃহকন্দল আঁতৰাই ইংৰাজে ব্ৰহ্মৰ বিৰুদ্ধে গম্ভীৰসিংহক সমৰ্থন কৰিব বুলি প্ৰতিশ্ৰুতি দিলে। এই চুক্তিৰ পিচত ব্ৰিগ্ৰেডিয়াৰ জেনেৰেল চুল্ধামে (Brig-General Suldham) ৬০০০ সৈনিকৰ সৈতে ঢাকাৰপৰা চিলচৰলৈ আহি তাৰ পৰা মণিপুৰত সোমাই ব্ৰহ্ম আক্ৰমণ কৰিবৰ পৰিকল্পনা কৰিছিল। কিন্তু তেওঁ আগবাঢ়ি গৈ দেখিলে দুৰ্ভেদ্য অৰণ্যৰ মাজেদি পানীয়েবামে গৈ তেনে এটা সৈন্যবাহিনীৰে আক্ৰমণ অসম্ভৱ। তেওঁৰ বহু সৈন্য ক্ষয় হোৱাৰ পিচত তেওঁ অভিযান পৰিত্যাগ কৰিলে আৰু ইংৰাজে বুজিলে যে সুশিক্ষিত স্থানীয় সৈনিক নহলে এনে অভিযান চলোৱা দুঃসাধ্য। ইংৰাজে ৰজা গম্ভীৰসিংহক আঁচনি দিলে যে সামৰিক শিক্ষাৰে সুশিক্ষিত এনে সৈন্য বাহিনী এটা গঠিত হব লাগিব, যাৰ দ্বাৰা অগম্য পাৰ্বত্য অঞ্চলত ৰণ চলাব পাৰি: এই আঁচনি অনুসৰি মণিপুৰী সৈন্য বাহিনী এটা সংগঠনৰ প্ৰস্তাৱ ৰজা গম্ভীৰসিংহ আৰু সেনাপতি নৰসিংহই সমৰ্থন কৰিলে। তেওঁলোকৰ অধীনত আধুনিক অস্ত্ৰ-শস্ত্ৰ দি আৰু আধুনিক ধৰণে সম্পূৰ্ণ ইংৰাজৰ খৰচত এনে এটা মণিপুৰী সৈনিক বাহিনীক বদৰপুৰ শিবিৰত সামৰিক শিক্ষা দিয়া হ'ল। সেই সৈন্যদলেই "মণিপুৰ লেভি" বুলি জনাজাত হয়।

কেবাখনো যুদ্ধক্ষেত্ৰত ইংৰাজ আৰু মানৰ সংঘৰ্ষ হল। ঘাইকৈ অসম, আৰাকান আৰু ৰেঙ্গুন ক্ষেত্ৰত সংগ্ৰাম ক্ৰমেই জটিল হৈছিল। কিন্তু হলেও, নানা কাৰণত ব্ৰহ্মৰ বাহিনী পিছুৱাবলৈ বাধ্য হয়। সবাতকৈ, নৌ বাহিনী লৈ যেতিয়া আৰ্কিবল্ড কেম্পবেলে (Archibald Campball) ৰেঙ্গুন আক্ৰমণ কৰিলে তেতিয়া ব্ৰহ্মৰজাই আন আন যুদ্ধক্ষেত্ৰৰ পৰা সৈন্যবাহিনী কোচাই লৈ ব্ৰহ্ম উপকূল ৰক্ষাৰ বাবে যৎপৰোনাস্তি চেষ্টা কৰিবলৈ বাধ্য হ'ল। অইন

যুদ্ধক্ষেত্ৰত ব্ৰহ্মৰ সামৰিক শক্তি হ্ৰাস কৰা উদ্দেশ্যেৰেই ইংৰাজে ৰেঙ্গুন আক্ৰমণ কৰিছিল। ইংৰাজৰ সেই উদ্দেশ্য সফল হ'ল। ৰেঙ্গুন ৰক্ষা কৰিবৰ কাৰণে মিঙ্গিমাহা বান্দুলাই অসম এৰিব লগা হয়; আৰু অকস্মাতে কাছাৰ আক্ৰমণকাৰী মান সৈন্য জাঁকে জাঁকে অদৃশ্য হয়। মণিপুৰৰ ক্ষেত্ৰতো মানৰ শক্তি লোপ পোৱাত ইংৰাজ আৰু মণিপুৰীৰ সামৰিক সংগঠনৰ আৱশ্যকতা কমি আহে। ৰেঙ্গুনৰ যুদ্ধক্ষেত্ৰত আৰ্কিবল্ড কেম্পবেলে মান সেনাপতি মিঙ্গিমাহাক বধ কৰে আৰু দক্ষিণ ব্ৰহ্মৰ ৰাজধানী প্ৰোম নগৰ অধিকাৰ কৰে।

কেউফালৰ যুদ্ধক্ষেত্ৰত ব্ৰহ্মবাহিনী যেতিয়া পিচ হুহকি গ'ল সেই সুযোগতে ১৮২৫ চনৰ মাজ ভাগত ৰজা গম্ভীৰসিংহই ইংৰাজ সেনানায়ক লেফ্‌টেনেণ্ট পেম্বাৰটনৰ (Lieutenant Pemberton) সৈতে সসৈন্যে মণিপুৰত প্ৰৱেশ কৰিলে। ইংৰাজ আৰু মণিপুৰৰ সমবেত শক্তিৰ আগত তিষ্ঠিব নোৱাৰি মান ক্ৰমে পিচুৱাই পৰিল আৰু গম্ভীৰসিংহই ইম্ফল অধিকাৰ কৰিলে। তেতিয়াও গম্ভীৰ-সিংহৰ সৈন্যবল যথেষ্ট নাছিল; তেওঁ সামৰিক শক্তি বঢ়াবলৈ দুনাই শ্ৰীহট্টলৈ উভতি গৈ কেপ্তেইন গ্ৰেণ্টৰ (Captain Grant) সৈতে আকৌ মণিপুৰ প্ৰৱেশ কৰে। নতুন উৎসাহ আৰু উদ্যমেৰে ৰজা গম্ভীৰসিংহই মণিপুৰ আৰু ব্ৰহ্মৰ মাজৰ কুবো উপত্যকাৰ পৰা মান সৈনাক খেদি নিংঠি নৈৰ পাৰলৈকে ঠাই ডোখৰ অধিকাৰ কৰিলে।

এইদৰে সকলো ক্ষেত্ৰতে ইংৰাজৰ হাতত ব্ৰহ্মৰাজ পৰাজিত হৈ, উপায় বিচাৰিলে মাত্ৰ আত্মৰক্ষাৰ কাৰণে। থান-বান হৈ থকা ব্ৰহ্মসৈন্যবোৰে অসম মণিপুৰ আৰু কাছাৰৰ কিছু অঞ্চলত উৎপাত কৰি আছিল যদিও ক্ৰমে নিজ দেশলৈ গুচি যাবলৈ বাধ্য হয়। ব্ৰহ্মৰাজৰ সাম্ৰাজ্য বিস্তাৰৰ সকলো আশা-ভাৰসা তেনেই লোপ পালে। আৰ্কিবল্ড কেম্পবেলে ক্ৰমে উত্তৰফালে আগুৱাই গৈ ব্ৰহ্মৰ ৰাজধানী আভাৰ পৰা মাত্ৰ ৫৫ মাইল দূৰত ইয়ান্দাবুত উপস্থিত হয়। সন্ধি বিনে গত্যন্তৰ নেদেখি নিৰুপায় হৈ ব্ৰহ্মৰাজে ইংৰাজৰ ওচৰত সন্ধিৰ প্ৰস্তাৱ আগবঢ়ালে। ইংৰাজে সন্ধি কৰিবলৈ মান্তি হোৱাত, যুদ্ধ ঘোষণাৰ ঠিক দুবছৰৰ পিচত, ১৮২৬ চনৰ ২৭ ফেব্ৰুৱাৰী তাৰিখে ইয়ান্দাবুত ব্ৰহ্মৰাজ বগীদওৱা আৰু ইংৰাজৰ সন্ধি হ'ল।

এই সন্ধিৰ চৰ্ত্তাৱলীৰ ভিতৰত, মণিপুৰ সম্পৰ্কীয় ঘাই চৰ্ত্ত অনুসৰি গম্ভীৰসিংহক উভয় পক্ষে মণিপুৰৰ ৰজা বুলি মানি ললে। এই খিনিতে জটিল প্ৰশ্ন উঠিছিল—মণিপুৰৰ ৰজা স্বতন্ত্ৰ ৰজা বুলি অভিহিত হব নে, তেওঁৰ ওপৰত ব্ৰহ্মৰাজৰ কিবা শাসন ক্ষমতা থাকিব। স্বভাৱতে ইংৰাজৰ সীমান্তত থকা মণিপুৰ ৰাজ্যৰ ওপৰত ব্ৰহ্মৰ যি কোনো প্ৰকাৰৰ প্ৰাধন্যতা ইংৰাজে ভাল নেপাইছিল। এই প্ৰশ্ন লৈ বেচি টনা-আজোৰা নকৰি, সৌভাগ্য ক্ৰমে ব্ৰহ্মই মণিপুৰৰ ওপৰত কোনোৰূপ কৰ্ত্তৃত্ব নাৰাখি মণিপুৰ স্বাধীন ৰাজ্য বুলি মানি ললে। মণিপুৰ আৰু ব্ৰহ্ম সীমান্তৰ মাজৰ কুবো উপত্যকা সম্পৰ্কে উভয় ৰাজ্যৰ মাজত কিছু দিনলৈ বিবাদ চলি আছিল। প্ৰকৃততে এই ঠাই মণিপুৰৰ আছিল, কিন্তু আভাৰ তেতিয়াৰ ইংৰাজ ৰেচিডেণ্ট মেজৰ বাৰ্ণিয়ে (Major Burney) ব্ৰহ্মৰ সৌহাৰ্দ্যৰ আশাত, কুবো উপত্যকা ব্ৰহ্মই হে পোৱা উচিত বুলি ইংৰাজ চৰকাৰক জনালে। ভৱিষ্যতে যাতে এই দুই ৰাজ্যৰ মাজত কোনো অশান্তিৰ কাৰণ নেথাকে সেইবাবে কুবো উপত্যকা ব্ৰহ্মক দি তাৰ সলনি গম্ভীৰসিংহই বছৰি ৬০০ টকাকৈ (১) ক্ষতিপূৰণ পাব বুলি লৰ্ড উইলিয়াম বেন্টিঙ্কে (Lord Willam Bentinck) সিদ্ধান্ত দিলে আৰু সেই মৰ্ম্মে আভাৰ ৰেচিডেণ্টক নিৰ্দ্দেশ দিয়ে (২)। মণিপুৰৰ ৰজা আৰু প্ৰজাৰ ইচ্ছাৰ বিৰুদ্ধে ইংৰাজে এইদৰে কুবো উপত্যকা ব্ৰহ্মক সম্প্ৰদান কৰি ১৮৩৪।২৫ জানুৱাৰী তাৰিখে এই নিষ্পত্তি চুক্তি বা সন্ধিত পৰিণত কৰে। কুবো উপত্যকা সম্পৰ্কে তেওঁৰ প্ৰধান সহযোগী বন্ধু ইংৰাজৰ এই

(১) সম্ভৱতঃ মাহিলি ৬০০্ টকা।

(২) On your return to Ava you will announce to the king that the Supreme Government still adheres to the opinion that the Ningthee formed the proper boundary between Ava and Manipur, but that in consideration of His Majesty's feelings and wishes, and in the spirit of amity and good will persisting between the two countries, the Supreme Government consents to the restoration of the Kubo Valley to Ava and to the establishment of the boundary line at the foot of Yoma Doung Hills.—Final orders of the Government in a letter to the Resident at Ava, dated 16th March, 1833.

মীমাংসা অনিচ্ছা স্বত্বে মানি লৈছিল যদিও, ইংৰাজৰ পক্ষপাতিতাত গম্ভীৰসিংহ নিৰাশ হৈছিল। তেওঁৰ অসুস্থ অৱস্থাতে যিদিনা কুবো উপত্যকা অপহৰণৰ বাতৰি পায়, দুৰ্ভাগ্যক্রমে সিদিনাই গম্ভীৰসিংহৰ মৃত্যু ঘটে।

ইয়ান্দাবু সন্ধিৰ মৰ্ম্ম অনুসৰি মণিপুৰ কোনো প্রকাৰে ইংৰাজৰ কৰতলীয়া কিম্বা কর্তৃত্বাধীন হোৱা নাছিল আৰু কুবো উপত্যকা সম্পৰ্কে ব্ৰহ্ম আৰু মণিপুৰ, দুই স্বাধীন ৰাজ্যৰ মাজত ইংৰাজে মধ্যস্থতা কৰিলেও সি মণিপুৰৰ ওপৰত ইংৰাজৰ কোনো প্রকাৰ কৰ্তৃত্ব বুজোৱা নাছিল। ইংৰাজে যি দৰে গম্ভীৰসিংহক সামৰিক সহায় দি ৰাজসিংহাসনত বহুৱাইছিল, ১ম ব্ৰহ্মযুদ্ধত ব্ৰহ্মৰ বিপক্ষে পাৰ্য্যমানে ইংৰাজক সহায় কৰি গম্ভীৰসিংহয়ো তাৰ প্রত্যুপকাৰ কৰিছিল। দৰাচলতে, ব্ৰহ্ম আৰু ইংৰাজৰ মাজত হোৱা ইয়ান্দাবু সন্ধিৰ চৰ্ত্ত অনুযায়ী মণিপুৰ ৰাজ্য স্বাধীন বুলি স্বীকৃত হৈছিল।

পূৰ্বাপৰ গম্ভীৰসিংহই কাছাৰৰ লোভ সামৰিব পৰা নাছিল; তেওঁ ভাবিছিল, যি কোনো উপায়ে কছাৰী ৰজা গোবিন্দ চন্দ্ৰক উচ্ছেদ কৰিব পাৰিলে, তেওঁৰ পক্ষে কাছাৰৰ মালিকী স্বত্ব পোৱা টান নহব। এই উদ্দেশ্যে তেওঁৰ অভিলাষ পূৰ্ণ কৰিবলৈ ষড়যন্ত্র কৰি তেওঁ ৰজা গোবিন্দচন্দ্ৰক হত্যা কৰায় (১৮৩০ চন, এপ্ৰিল মাহ)। কিন্তু তেওঁৰ আশা ফলৱতী নহল। গোবিন্দচন্দ্ৰৰ মৃত্যুত নানা জনে নানা ফালৰ পৰা কাছাৰৰ ৰাজপদ আশা কৰি দাবী উত্থাপন কৰিলে। কিন্তু তেতিয়ালৈকে কাছাৰ ইংৰাজ অধিকাৰ ভুক্ত নহলেও, ব্ৰহ্মক পৰাজয় কৰি ইংৰাজে পূব অঞ্চলত বিশাল প্রতিপত্তি বিস্তাৰ কৰিছিল। গতিকে ২০ বছৰৰ বাবে তেওঁক কাছাৰ ৰাজ্য পত্তন দিলে বছৰি ১৫০০০ টকা কৰ দিব বুলি ৰজা গম্ভীৰসিংহই ইংৰাজৰ ঠাইত পট্টা খুজিলে। তেতিয়াৰ মণিপুৰৰ কমিছনাৰ কেপ্তেইন গ্ৰেণ্টে (Captain Grant) গম্ভীৰসিংহৰ আবেদন সমৰ্থন কৰিছিল যদিও, তেওঁ কাছাৰ ৰক্ষা কৰিব নোৱাৰিব বুলি কেপ্তেইন জেনকিনচ (Captain Jenkins) আৰু লেফ্‌টেনেণ্ট পেমবাৰ্টনে (Lieutenant Pembarton) তেওঁৰ আবেদনৰ বিপক্ষে লিখিছিল। বৃটিছ সাম্ৰাজ্যৰ সীমান্তত থকা কাছাৰ ৰাজ্য

যি কোনো দুৰ্বল শাসকৰ হাতত থাকিলে জটিল অৱস্থাৰ মাজত সাম্রাজ্যৰ বিঘিনি ঘটিব পাৰে বুলি কাছাৰৰ ওপৰত ইংৰাজে ৰাজনৈতিক গুৰুত্ব আৰোপ কৰিছিল ; গতিকে ইংৰাজে কোনো প্ৰাৰ্থীৰ দাবী সমৰ্থন নকৰিলে, কিম্বা, মণিপুৰৰ নিচিনা শক্তিবিহীন ৰাজ্য এখনৰ সৈতে কাছাৰ ৰাজ্যক সাঙুৰি দি ইংৰাজে নিজৰ বিপদ নিজে মাতি আনিবলৈ ইচ্ছা নকৰিলে ; অৱশেষত গম্ভীৰ-সিংহক সান্তনা দিবলৈ আৰু ভৱিষ্যৎ কন্দল গুচাবলৈ তেওঁক কাছাৰৰ পূব ফালে জিৰীঘাট নামেৰে পৰ্বতীয়া ঠাই এডোখৰ এৰি দি ইংৰাজে গোটেই কাছাৰ ৰাজ্য বৃটিছ সাম্রাজ্যৰ অন্তৰ্ভুক্ত কৰি ললে ( ১৮৩২ খৃঃ ) ।

কাছাৰৰ এই পৰিণতিত গম্ভীৰসিংহ বৰ অসন্তুষ্ট হ'ল ; ভাৰতৰ পূব সীমান্তত তেতিয়াও ইংৰাজৰ ৰাজনৈতিক অৱস্থা তিমান সবল হোৱা নাছিল ; মণিপুৰক হাতত নেৰাখিলে ই হয়তো প্ৰবল ব্ৰহ্মৰ সৈতে মিলি ইংৰাজৰ কিবা বিপৰ্য্যয় ঘটাব পাৰে, সেয়ে গম্ভীৰসিংহক নানা প্ৰবোধ দি ইংৰাজ গৱৰ্ণমেণ্টে মিত্ৰতা সূত্ৰে মণিপুৰৰ সৈতে নতুন সন্ধি কৰি ললে ( ১৮৩৩ চন ) । ইংৰাজৰ প্ৰতি ৰজা গম্ভীৰসিংহৰ বিশ্বাস যাতে অটুট থাকে তাৰ বাবে কাছাৰ সম্পৰ্কে এইদৰে চুক্তি নিবন্ধন হ'ল--

[১] কাছাৰ আৰু মণিপুৰৰ সীমা নিৰ্দ্ধাৰণ কৰাৰ পিছত, দুয়ো ৰাজ্যৰ মাজত বেহাবেপাৰৰ অবাধ প্ৰচলন হ'ব । [২] পৰস্পৰৰ সীমাৰ নিৰাপদৰ বাবে যানবাহন চলাচল কৰিবলৈ উপযুক্ত আলি-বাট সজাৰ কাৰণে পৰস্পৰে সহযোগ কৰিব । [৩] আক্ৰমণকাৰী শত্ৰুৰ বিৰুদ্ধে সমবেত প্ৰতিৰোধৰ আৱশ্যকতা বুজি পৰস্পৰে পৰস্পৰৰ সহায় হ'ব । [৪] মণিপুৰে ইংৰাজৰ পৰা পোৱা যুদ্ধৰ সঁজুলিৰ বছৰি হিচাপ শোধাব । দুয়ো ৰাজ্যৰ আৰ্থিক আৰু ৰাষ্ট্ৰীয় অৱস্থাৰ উন্নতিকল্পে ইংৰাজক মিত্ৰৰাজ্য বুলি গম্ভীৰসিংহই এই চৰ্ত্তবোৰ মানি লৈছিল ।

ইংৰাজে "মণিপুৰ লেভি" সংগঠন কৰাৰ ঘাই উদ্দেশ্য আছিল যাতে ব্ৰহ্মৰ আকস্মিক আক্ৰমণৰ পৰা নিজ ৰাজ্য আৰু মণিপুৰ ৰক্ষা কৰিব পাৰে আৰু যাতে কোনো আভ্যন্তৰিক বিপ্লবে মণিপুৰৰ শান্তি আৰু শৃঙ্খলা নষ্ট কৰিব নোৱাৰে । এই সৈন্যদল

ইংৰাজৰ তত্ত্বাৱধানত থাকিলেও, ইয়াৰ জৰিয়তে মণিপুৰৰ শাসন বিষয়ত ইংৰাজৰ সম্পৰ্ক একো নাছিল। অৱশেষত কুবো সন্ধিৰ পিচত (১৮৩৪ খৃঃ) এনে এদল মণিপুৰী সৈন্যৰ আৱশ্যকতা নাই বুলি লৰ্ড উইলিয়াম বেন্টিংক্কে এই বাহিনীটো উঠাই দি তাৰ ঠাইত এজন পলিটিকেল এজেণ্টৰ অধীনত ইংৰাজৰ এটা সৰু সৈন্যদল ৰাখিবলৈ সিদ্ধান্ত ললে (১)। তদনুযায়ী ইংৰাজে 'মণিপুৰী লেভি'ৰ পৰিচালনাৰ ক্ষমতা উঠাই লয়। লেভিৰ সৈন্যাধ্যক্ষ মেজৰ গ্ৰেণ্টে তেওঁৰ নিজ দায়িত্ব এৰি অহাৰ পিচত (১৮৩৫ খৃঃ) কেপ্তেইন গৰ্ডন (Captain Gordon) মণিপুৰৰ প্ৰথম পলিটিকেল এজেণ্ট নিযুক্ত হয়। এওঁৰ সহকৰ্ম্মী হিচাপে নিযুক্ত হৈছিল কেপ্তেইন পেম্বাৰটন (Captain Pamberton)। তেতিয়া পলিটিকেল এজেণ্টৰ কৰ্ত্তব্য আছিল, ইংৰাজৰ সৈতে মণিপুৰ আৰু ব্ৰহ্মাৰ আৱশ্যকীয় বাতৰি সৰবৰাহ কৰা, আৰু মণিপুৰ আৰু ব্ৰহ্মাৰ মাজৰ সীমান্ত সম্পৰ্কীয় বিবাদ মীমাংসা কৰা। ইয়াৰ বাহিৰে মণিপুৰৰ কোনো ভিতৰুৱা ৰাজকাৰ্য্যত হস্তক্ষেপ কৰিবৰ অধিকাৰ পলিটিকেল এজেণ্টৰ নাছিল।

১৮৩৪ চনত মহাৰাজ গম্ভীৰসিংহৰ মৃত্যু হয়। তেতিয়া তেওঁৰ একমাত্ৰ পুতেক চন্দ্ৰকীৰ্ত্তিসিংহৰ বয়স হৈছিল দুবছৰ। নাবালকৰ হকে ৰাজকাৰ্য্য চলাবলৈ সেনাপতি নৰসিংহ নাবালকৰ অধ্যক্ষ নিযুক্ত হয়। কিন্তু ৰাজ্যৰ লোভ সামৰিব নোৱাৰি ৰাজ-পদৰ আশাত কেবাজনো ৰাজকুমাৰে ৰাজ্যত বিশৃঙ্খলা ঘটাবৰ চেষ্টা কৰিছিল; কিন্তু কৰ্ত্তব্যনিষ্ঠ নৰসিংহৰ সতৰ্কতাৰ কাৰণে

(১) "····· I should therefore prefer, if our connection with Manipur is to be continued, placing in it a small garrison of our troops to retaining so large a portion of its scanty population for military duties·· ···· ····For the preservation of a friendly intercourse and as a medium of communication with Manipur Government, and, as occasion may require, with the Burmese Authorities on that frontier, and more specially to prevent border feuds and disturbances which might lead to hostilities between the Manipuries and the Burmese, it may be necessary to retain an Officer in the character of Political Agent in that quarter."

Minute of Lord William Bentinck, dated 7th February 1835.

এওঁলোক সফল হব নোৱাৰিলে। যুদ্ধত আটাই কেইজন প্ৰতিদ্বন্দ্বীৰ মৃত্যু হয়। অৱশেষত নৰসিংহৰ খ্যাতি আৰু প্ৰতিপত্তি সহিব নোৱাৰি সৰু ভায়েক দেবেন্দ্ৰসিংহই তেওঁৰ বিৰোধী হৈ উঠিল। কিন্তু এওঁ প্ৰকাশ্যে নৰসিংহৰ বিৰোধিতা কৰিবলৈ সাহস নকৰি গুপ্ত অভিপ্ৰায় সিদ্ধিৰ কাৰণে ষড়যন্ত্ৰত লিপ্ত হল। এওঁ ভাবিলে, চন্দ্ৰকীৰ্ত্তিৰ মাক, মহাৰাণী কুমুদিনী দেবীৰ দৃষ্টিত নৰসিংহক সন্দেহৰ পাত্ৰ কৰি তুলিব পাৰিলে, নৰসিংহৰ পতন অনিবাৰ্য্য। দেবেন্দ্ৰ সিংহৰ পৃষ্ঠপোষকসকলে কুমুদিনী দেবীৰ মনত বিশ্বাস জন্মালে যে অবিলম্বে চন্দ্ৰকীৰ্ত্তিক বধ কৰোৱাই নৰসিংহই নিজে ৰাজপাট অধিকাৰ কৰিব। নৰসিংহৰ সকলো আদৰ যত্ন পাহৰি কুমুদিনীয়ে ষড়যন্ত্ৰকাৰীসকলৰ এই কথাত বিশ্বাস কৰিলে। দেবেন্দ্ৰসিংহই মন্ত্ৰণা দিলে যে, নৰসিংহৰ হত্যাই তেওঁৰ দুৰভিসন্ধি লোপ কৰাৰ একমাত্ৰ উপায়। মহাৰাণীয়ে দেবেন্দ্ৰ সিংহৰ মন্ত্ৰণাত ভোল গ'ল আৰু এই গুৰুতৰ কাৰ্য্য সমাধানৰ বাবে থাওাল, পাওসিং আৰু নবীনসিংহক সহযোগী কৰিলে।

নবীনসিংহ মহাৰাজ গৰীৱ নিৱাজৰ আন এজন নাতিয়েকৰ পুতেক। এওঁৰ কিবা অপৰাধৰ বাবে নৰসিংহই এওঁক লোৰ কড়া পিন্ধাই বন্দীশালত ৰাখিছিল। প্ৰথা আছিল ৰাজবংশীয় কোনোবাই অপৰাধী হলে তেওঁক পিতলৰ কড়া পিন্ধাব লাগে; কিন্তু তাৰ পৰিবৰ্ত্তে নবীনসিংহক লোৰ কড়া পিন্ধোৱাত তেওঁ অপমানত মৰ্ম্মাহত হৈ মুকলি হোৱাত সেই কড়াজোৰ বন্দীশালৰ পৰা আনি তাৰে এখন তৰোৱাল সজাই লয় আৰু প্ৰতিজ্ঞা কৰে যে, সেই তৰোৱালেৰে তেওঁ এদিন নহয় এদিন নৰসিংহৰ শিৰচ্ছেদ কৰিব। ৰজাৰ বিৰুদ্ধে এই ষড়যন্ত্ৰৰ কথা জানি, উৎসাহেৰে নবীনসিংহই তাত যোগ দিলে আৰু নৰসিংহৰ হত্যাৰ ভাৰ ললে।

নৰসিংহই এদিন গোবিন্দজীৰ মন্দিৰত দেৱতাৰ আৰাধনাত মগ্ন হৈ আছিল; এনেতে নবীন সিংহৰ খড়গৰ আঘাত তেওঁৰ স্কন্ধত পৰিল। দেৱতাৰ কৃপা—সাংঘাতিক ৰূপে আহত হলেও নৰসিংহৰ মৃত্যু নহ'ল। এই আক্ৰমণৰ শাস্তি স্বৰূপে নৰসিংহৰ দেহৰক্ষীয়ে তেতিয়াই নবীনসিংহক বধ কৰিলে।

এইদৰে ষড়যন্ত্ৰ ব্যৰ্থ হোৱাত মহাৰাণীয়ে মণিপুৰত থকা নিৰাপদ নহয় জানি থাঙাল আৰু পাওসিঙৰ সহায়ত ইংৰাজৰ আশ্ৰয় বিচাৰি কাছাৰলৈ পলাল। কুমুদিনীৰ এই ষড়যন্ত্ৰৰ প্ৰতিশোধ লবলৈ আৰু বিশেষকৈ তেওঁ নাবালকৰ সৈতে মণিপুৰ ত্যাগ কৰাত নৰসিংহই ৰাজসিংহাসন অধিকাৰ কৰিলে। বৃটিছ গভৰ্ণমেণ্টে নৰসিংহই সিংহাসন অধিকাৰ কৰাৰ পক্ষপাতী নাছিল যদিও অৱশেষত তেওঁক ৰজা বুলি স্বীকাৰ কৰে (১৮৪৪ খৃ: ২৮ চেপ্তেম্বৰ)।

বৃটিছ গবৰ্ণমেণ্টে কুমুদিনী আৰু চন্দ্ৰকীৰ্ত্তিক কাছাৰত আশ্ৰয় দিলে আৰু তেওঁলোকৰ দেহৰক্ষাৰ বাবে উপযুক্ত বিধান কৰাৰ উপৰিও, কুবো উপত্যকাৰ ক্ষতিপূৰণৰ টকাৰ পৰা মহিলি এশ টকাকৈ বৃত্তি দিলে। কুমুদিনীয়ে ভাবিছিল, কাছাৰত গৈ ইংৰাজৰ আশ্ৰয়ত থাকিলে নাবালকৰ সিংহাসন উদ্ধাৰ কৰাত সহজ হব। এই বিষয়ে তেওঁ বৃটিছ গবৰ্ণমেণ্টক বহুবাৰ আবেদন কৰিছিল যদিও মনিপুৰৰ আভ্যন্তৰিক বিষয়ত হস্তক্ষেপ কৰা অনুচিত ভাবি বৃটিছ গবৰ্ণমেণ্টে তেওঁৰ আবেদনত কাণ নিদিলে। প্ৰায় পাঁচ বছৰ কাল এইদৰে চেষ্টা কৰিও তেওঁৰ উদ্দেশ্য সিদ্ধিৰ বাবে ইংৰাজৰ কোনো সহায় নোপোৱাত অসমৰ কমিছনাৰ কেপ্তেইন জেন্‌কিন্‌চৰ (Capt. Jenkins) সহায় বিচাৰি তেওঁ অসমলৈ আহে। কিন্তু জেন্‌কিন্‌চে তেওঁক সেই বিষয়ে সহায় দিবলৈ অপাৰগ বুলি তেওঁক মণিপুৰৰ পলিটিকেল এজেণ্টৰ দিহা লবলৈ পঠিয়াই দিয়ে।

এনেতে হঠাৎ কলেৰা ৰোগত ৰজা নৰসিংহৰ মৃত্যু হয় (১৮৬০ খৃ:)। চন্দ্ৰকীৰ্ত্তিৰ সৈতে কুমুদিনী তেতিয়া কাছাৰত আছিল। অকস্মাতে ৰাজসিংহাসন খালি হোৱা দেখি ৰাজ্যলোভী দেবেন্দ্ৰ-সিংহই সিংহাসন অধিকাৰ কৰিলে। তেতিয়াৰ পলিটিকেল এজেণ্ট মেককুলকে (Mc cullock) দেবেন্দ্ৰসিংহৰ পক্ষ সমৰ্থন কৰি তেওঁৱেই মণিপুৰ ৰাজসিংহাসনৰ প্ৰকৃত উত্তৰাধিকাৰী বুলি বৃটিছ গৱৰ্ণমেণ্টক জনোৱাত বৃটিছ গবৰ্ণমেণ্টে দেবেন্দ্ৰসিংহক মণিপুৰৰ ৰজা বুলি মানি লয় আৰু ভৱিষ্যতে ৰাজসিংহাসনৰ বাবে যাতে মণিপুৰত অশান্তিৰ সৃষ্টি নহয় তাৰ কাৰণে ৰাণী কুমুদিনী আৰু চন্দ্ৰকীৰ্ত্তিক আটক কৰি ঢাকাত দেশান্তৰিত কৰিবলৈ স্থিৰ

কৰে। কিন্তু ইতিমধ্যে মণিপুৰৰ ৰাষ্ট্ৰীয় পৰিস্থিতিৰ পৰিবৰ্ত্তন হোৱাত ইংৰাজৰ এই অভিপ্ৰায়ৰ পৰিবৰ্ত্তন ঘটিল। দেৱেন্দ্ৰসিংহৰ অনুমোদন পত্ৰ আহি পোৱাৰ আগতে চন্দ্ৰকীৰ্ত্তিয়ে সিংহাসন কাঢ়ি লোৱাত, দেৱেন্দ্ৰসিংহ কাছাৰলৈ পলায়। তেওঁ পলোৱাৰ পিচত বৃটিছ গবৰ্ণমেণ্টৰ স্বীকৃতি পত্ৰ আহিছিল যদিও সি অপ্ৰকাশে থাকিল।

# দ্বিতীয় পৰিচ্ছেদ

## চন্দ্ৰকীৰ্ত্তি আৰু সুৰচন্দ্ৰ

চন্দ্ৰকীৰ্ত্তিৰ ৰাজ্য লাভ।
ইংৰাজৰ সখ্যতা।
কৰ্ণেল জন্‌ষ্টোন্।
ফ্ৰেঙ্ক গ্ৰিমউড্।
ৰজা সুৰচন্দ্ৰ।
ভাতৃ বিৰোধ।
সুৰচন্দ্ৰৰ দেশত্যাগ।

# ২

## চন্দ্ৰকীৰ্ত্তি আৰু সুৰচন্দ্ৰ

ৰজা নৰসিংহ যথাৰ্থতে এজন সদাচাৰী ধৰ্ম্ম-ভীৰু ৰজা আছিল। কিন্তু হলেও তেওঁৰ ৰাজত্বত বৃটিছ গৱৰ্ণমেণ্ট তিমান সন্তুষ্ট হোৱা নাছিল। সেই কাৰণে কুমুদিনী দেৱীক আশ্ৰয় দিবলৈ ইংৰাজে অলপো কুণ্ঠিত হোৱা নাছিল, বৰং নাবালক চন্দ্ৰকীৰ্ত্তিৰ নিৰ্বিঘ্নতাৰ বাবে ইংৰাজে যথোচিত আয়োজন কৰিছিল। ৰাণী কুমুদিনী আৰু চন্দ্ৰকীৰ্ত্তিৰ প্ৰতি ৰজা নৰসিংহই পূৰ্বাপৰ সদ্ভাৱ দেখুৱাই আহিছিল, এওঁলোকৰ প্ৰতি তেওঁৰ বৈৰী ভাৱ নাছিল। দেবেন্দ্ৰসিংহৰ চক্ৰান্তত ৰাণী কুমুদিনীয়ে নৰসিংহক বধ কৰিবলৈ ষড়যন্ত্ৰত লিপ্ত নহ'লে, সম্ভৱতঃ নৰসিংহই সিংহাসন অধিকাৰ নকৰিলেহেঁতেন। নৰসিংহই তেওঁৰ মৃত্যুৰ সময়ত তেওঁৰ তিনিওজন পুতেকক নিৰ্দ্দেশ দিছিল, যেন তেওঁৰ পিচত সিংহাসনৰ উচিত উত্তৰাধিকাৰী চন্দ্ৰকীৰ্ত্তিয়ে সিংহাসনত বহিব পাৰে। এই নিৰ্দ্দেশ অনুসৰি নৰসিংহৰ পুতেকসকলে কাছাৰলৈ গৈ ৰাণী কুমুদিনীৰ সৈতে যোগ দিয়ে।

অনভিজ্ঞ দেবেন্দ্ৰসিংহৰ ৰাজোচিত গুণ একো নাছিল। তেওঁৰ তিনিমাহ ৰাজত্বৰ পিচতেই, তেওঁৰ কুশাসনৰ ফলত প্ৰজাৰ মনত বিক্ষোভৰ সৃষ্টি হ'ল; আনপক্ষে ৰাজপাটৰ প্ৰকৃত উত্তৰাধিকাৰী মহাৰাজ গম্ভীৰসিংহৰ পুত্ৰৰ প্ৰতি মণিপুৰী প্ৰজাই উদ্বিগ্নতাৰ সৈতে আন্তৰিক শ্ৰদ্ধা আৰু অনুৰাগ জ্ঞাপন কৰিলে। প্ৰজাৰ মাজত চন্দ্ৰকীৰ্ত্তিৰ সপক্ষে আন্দোলন হোৱাত, মণিপুৰৰ এজেণ্ট মেক্‌কুলকে দেবেন্দ্ৰসিংহৰ সম্পৰ্কে ইংৰাজৰ স্বীকৃতি প্ৰত্যাহাৰ কৰিলে।

তেতিয়া ৰাজকুমাৰ চন্দ্ৰকীৰ্ত্তিৰ বয়স ১৮ বছৰ। ৰজা নৰসিংহৰ পুত্ৰসকলে কাছাৰলৈ গৈ উৎসাহ আৰু উদ্দীপনাৰে

তেওঁৰ মন উত্তেজিত কৰাত, অল্পমতি হলেও, পিতৃ সিংহাসন অধিকাৰ কৰিবলৈ চন্দ্ৰকীৰ্ত্তিৰ মন অধীৰ হ'ল। দেবেন্দ্ৰসিংহৰ অধীনত মণিপুৰৰ আভ্যন্তৰিক পৰিস্থিতিৰ সম্ভেদ পাই চন্দ্ৰকীৰ্ত্তিয়ে বুজিলে যে মণিপুৰ বাসীয়ে কেতিয়াও তেওঁক অনাদৰ নকৰে; বৰং তেওঁৰ জয়যাত্ৰাত সহযোগ কৰিব। তেওঁৰ সিংহাসন ঘুৰাই পাবলৈ সহায় বিচাৰি চন্দ্ৰকীৰ্ত্তিয়ে বৃটিছ গবৰ্ণমেণ্টক বহুবাৰ অনুৰোধ জনাইছিল; কিন্তু তেওঁৰ অনুৰোধৰ প্ৰতি বৃটিছে আন্ত-ৰিকতাৰে কাণ দিয়া নাছিল। ডেকা চন্দ্ৰকীৰ্ত্তিৰ পক্ষে এই অনিশ্চিত অৱস্থা ক্ৰমে অসহনীয় হৈ উঠিল। এনেতে এদিন তেওঁৰ অভিষ্ট সিদ্ধিৰ বাবে ৰক্ষীসকলৰ বেষ্টনী পাৰ হৈ তেওঁ মণিপুৰ অভিমুখে যাত্ৰা কৰিলে। ক্ৰমে কাছাৰৰ সীমা পাৰ হৈ জিৰীঘাট পাওঁতে মণিপুৰীসকলে ৰাজবংশধৰক পাই পৰম আনন্দেৰে তেওঁক অভিনন্দন জনালে। মণিপুৰৰ ৰাজবিষয়াসকলে আৰু বিশেষকৈ মণিপুৰৰ সৈন্য বাহিনীয়ে দেবেন্দ্ৰসিংহক পৰিত্যাগ কৰি যেতিয়া প্ৰকাশ্যে চন্দ্ৰকীৰ্ত্তিৰ পক্ষ সমৰ্থন কৰিলে, তেতিয়া দেবেন্দ্ৰসিংহই আন উপায় নেদেখি আত্মৰক্ষাৰ্থে কাছাৰলৈ পলাল।

চন্দ্ৰকীৰ্ত্তিয়ে ৰাজপাট লৈ, নৰসিংহৰ পুতেক ভুবনসিংহ আৰু সেতুসিংহক যথাক্ৰমে যুবৰাজ আৰু সেনাপতিৰ পদত নিযুক্ত কৰিলে। অদূৰদৰ্শী চন্দ্ৰকীৰ্ত্তিৰ এই নতুন ব্যৱস্থা স্থায়ী নহব বুলি জানি পলিটিকেল এজেণ্টে ইয়াক সমৰ্থন নকৰিছিল। তেওঁ বুজিছিল যে অপৈণত চন্দ্ৰকীৰ্ত্তিৰ উপদেষ্টাসকলে ৰাজ্যৰ এই সঙ্কট কালত তেওঁক ভুল পথত পৰিচালনা কৰিব ধৰিছে। চন্দ্ৰকীৰ্ত্তিৰ ৰাজত্বৰ আৰম্ভণিতে ঘৰুৱা বিবাদৰ সৃষ্টি হ'ল। চন্দ্ৰকীৰ্ত্তিক উচ্ছেদ কৰিবলৈ দেবেন্দ্ৰসিংহই কাছাৰৰপৰা যুদ্ধৰ আয়োজন কৰিলে। এইবোৰ বেমেজালিৰ মাজত বৃটিছ গবৰ্ণমেণ্টে সহজে চন্দ্ৰকীৰ্ত্তিক ৰজা বুলি স্বীকাৰ কৰিবলৈ টান পাইছিল। শাসনৰ অৱস্থা ক্ৰমে বেয়াৰ ফালে ঢাল খোৱাত প্ৰজাই শান্তিৰে থাকিব নোৱাৰা হ'ল। ৰাজবিষয়াসকলে দুৰ্ব্বল শাসনৰ সুযোগ লৈ প্ৰজাৰ ওপৰত নানা অত্যাচাৰ উৎপীড়ন আৰম্ভ কৰিলে।

দেবেন্দ্ৰসিংহই কাছাৰৰ পৰা সকলো কথাৰ গম লৈ আছিল, যেতিয়া তেওঁ দেখিলে যে চন্দ্ৰকীৰ্ত্তিৰ শাসনত মণিপুৰৰ প্ৰজাই

ঘোৰ অসন্তুষ্ট হৈছে, তেতিয়া তেওঁ কাছাৰৰ পৰা মণিপুৰ অভি-মুখে সামৰিক অভিযান কৰিলে। ইংৰাজে বুজিলে যে দেবেন্দ্ৰসিংহ সামৰিক আয়োজন লৈ মণিপুৰত সোমালে মণিপুৰৰ ৰাষ্ট্ৰীয় পৰিস্থিতি অধিক জটিল হব। ইমানলৈ ইংৰাজে চন্দ্ৰকীৰ্ত্তিক সক্ৰিয় ভাৱে সহায় নিদিছিল যদিও, এই সমস্যাপূৰ্ণ অৱস্থা দূৰ কৰিবৰ কাৰণে ইংৰাজে দেবেন্দ্ৰসিংহৰ অভিযান বন্ধ কৰিবলৈ স্থিৰ কৰিলে। দেবেন্দ্ৰ-সিংহই মণিপুৰ আক্ৰমণ কৰিবৰ উদ্দেশ্যে সসৈন্যে যাত্ৰা কৰোতে ইংৰাজ সৈন্য বাহিনীয়ে কাছাৰৰ সীমান্তত তেওঁক বাধা দিলে আৰু তেওঁ পৰৰাষ্ট্ৰ উলঙ্ঘাকাৰী বুলি তেওঁক আটক কৰি ঢাকালৈ পঠিয়াই দিয়ে; ঢাকাত তেওঁৰ মৃত্যু হয়।

তেওঁৰ ৰাজত্বৰ প্ৰথম ছোৱাত, ইংৰাজৰ সৈতে চন্দ্ৰকীৰ্ত্তিৰ সদ্ভাব নাছিল; ইয়াৰ কাৰণ,—ইংৰাজে তেওঁক ৰজা বুলি স্বীকাৰ কৰা নাছিল আৰু কুবো উপত্যকাৰ পাবলগীয়া ক্ষতিপূৰণ তেওঁক শধোৱা নাছিল। ইয়াৰ উপৰিও তেওঁ ইংৰাজৰ বিৰুদ্ধে নগাক উচতাই দিয়া বুলি ইংৰাজে তেওঁৰ ওপৰত ঘোৰ সন্দেহ কৰিছিল। এসময়ত তেওঁক শত্ৰু বুলি ভাবি বৃটিছ গবৰ্ণমেণ্টে সতৰ্কবাণী শুনায় যে, যি ইংৰাজ শক্তিৰ বলত তেওঁ ৰাজ্য লাভ কৰিছে, তাৰ বিৰোধী হলে পৰিণাম স্বৰূপে তেওঁ ৰাজ্য হেৰুৱাব লাগিব। চন্দ্ৰকীৰ্ত্তিয়ে তেওঁৰ আচৰণ পৰিবৰ্ত্তন কৰিলে; ফলত বন্ধুত্বৰ পৰিচয় দি বৃটিছ গবৰ্ণমেণ্টে ১৮৫১ চনত তেওঁক মণিপুৰৰ ৰজা বুলি মানি ললে।

এই খিনিতে মণিপুৰৰ ৰাষ্ট্ৰীয় অৱস্থাৰ কিছু পৰিমাণে পৰিবৰ্ত্তন ঘটিল আৰু এইটোক মণিপুৰৰ বৈদেশীক সম্পৰ্কৰ জটিলতা বুলিব পাৰি। মণিপুৰৰ পলিটিকেল এজেণ্ট্ কেপ্তেইন মেক্কুলকৰ প্ৰস্তাৱ অনুযায়ী মণিপুৰৰ ৰাজসিংহাসনৰ ওপৰত চন্দ্ৰকীৰ্ত্তি সিংহৰ ভৱিষ্যৎ বংশধৰসকলৰ স্বত্ব মানি লোৱাৰ উপৰিও, তেওঁৰ প্ৰতিকূল আচৰণকাৰীসকলৰ পৰা তেঁওক ৰক্ষা কৰিব বুলি বৃটিছ গবৰ্ণমেণ্টে প্ৰতিশ্ৰুতি দিলে; আৰু বৃটিছ গবৰ্ণমেণ্টৰ এই নীতি ৰাজহুৱাভাৱে ঘোষণা কৰিবলৈ পলিটিকেল এজেণ্টক নিৰ্দ্দেশ দিলে; কিন্তু এই প্ৰতিশ্ৰুতিৰ বিনিময়ত পৰোক্ষভাৱে মণিপুৰৰ ওপৰত ইংৰাজৰ কৰ্ত্তৃত্ব বঢ়াই ললে। পলিটিকেল এজেণ্টৰ জৰিয়তে

ইষ্ট-ইণ্ডিয়া কোম্পানীয়ে ৰজাক জনালে যে,—ৰজাৰ ৰক্ষণাবেক্ষণৰ আৰু নিৰ্বিঘ্নতাৰ ভাৰ ইংৰাজ গবৰ্ণমেণ্টে বহন কৰিব, গতিকে ৰাজ্য পৰিচালনাৰ কাৰ্য্যপদ্ধতি সম্পৰ্কে ৰজাই পলিটিকেল এজেণ্টৰ দিহা পৰামৰ্শ মানি চলিব লাগিব আৰু বৈদেশিক সম্পৰ্কত পলিটিকেল এজেণ্টৰ সম্পূৰ্ণ হাত থাকিব (১)। লগতে মণিপুৰত ইংৰাজ বাহিনী ৰখা প্ৰস্তাৱটোও সমৰ্থিত হল। ৰজাই এই চুক্তি মানি ললে। মণিপুৰৰ পক্ষে এইটো মাৰাত্মক ৰাজনৈতিক ভ্ৰম বুলিব পাৰি; কিয়নো মণিপুৰ স্বাধীন হলেও চন্দ্ৰকীৰ্ত্তিৰ অদূৰদৰ্শিতাৰ ফলত ইংৰাজৰ কূটনীতিৰ প্ৰভাব ক্ৰমে মণিপুৰৰ ওপৰত বিয়পিল। এইসময়ত বৃটিছ গবৰ্ণমেণ্টে চন্দ্ৰকীৰ্ত্তিক স্থায়ী কৰাৰ আন এটা ঘাই কাৰণ আছিল যাতে মণিপুৰৰ বিভ্ৰাটৰ সুযোগ লৈ বৃটিছ সাম্ৰাজ্যৰ ঘাই শত্ৰু ব্ৰহ্মাই ইংৰাজৰ সীমান্তত অনিষ্ট সাধন কৰিব নোৱাৰে।

আনপক্ষে ৰজা চন্দ্ৰকীৰ্ত্তিয়েও ইংৰাজৰ সাম্ৰাজ্য বিস্তাৰত কম সহায় কৰা নাছিল। ১৮৫৭ চনত চিপাহী বিদ্ৰোহৰ ঢৌ যেতিয়া আহি মণিপুৰত লাগে, তেতিয়া চন্দ্ৰকীৰ্ত্তিয়ে ইংৰাজৰ পক্ষ সমৰ্থন কৰিছিল। চিটাগঙৰ পৰা বিদ্ৰোহী কিছুমানে শ্ৰীহট্ট আৰু কাছাৰৰ মাজেদি আহি মণিপুৰত সোমাইছিল। চৌৰজিৎসিংহৰ মুমলীয়া পুতেক নৰেন্দ্ৰজিৎসিংহই বিদ্ৰোহীসকলৰ সৈতে যোগ দিয়ে। পলিটিকেল এজেণ্ট মেক্কুলকে বিদ্ৰোহীসকলৰ বিৰুদ্ধে ৰজা চন্দ্ৰকীৰ্ত্তিৰ সহায় বিচৰাত, ইংৰাজৰ সৈতে মিলি তেওঁ সেই বিদ্ৰোহ দমন কৰে। মণিপুৰ ৰজাৰ এই প্ৰীতিৰ কাৰণে বৃটিছ গবৰ্ণমেণ্টে তেওঁক নানা উপহাৰ দি শলাগ লয়।

আকৌ নগাৰাজ্যত যেতিয়া বৃটিছ গবৰ্ণমেণ্টৰ বিপক্ষে বিদ্ৰোহৰ সূচনা হৈছিল, তেতিয়া মণিৰপুৰ সহায় নোহোৱা হলে ইংৰাজ বৰ

---

(১) "The postion, which you (Political Agent) have to assume of pledged protector of the Raja, impose on you, as a necessary consequence, the obligation of attempting to guide him by your advice, but, if needful, of protecting his subjects against oppression on his part; otherwise our guarantee of his rule may be the cause of inflicting on them a continuance of reckless tyranny"—

Despatch of court of Directors, dated 5th May 1852—quoted in Mackenzie's "The N, E. Frontier of Bengal."

বিপদগ্ৰস্ত হ'ল হেঁতেন। ইংৰাজে প্ৰথমতে অগম্য নগাৰাজ্যৰ ভিতৰলৈ সোমাব পৰা নাছিল। ইংৰাজৰ অধিকাৰ ক্ৰমে নগা পৰ্বতমালাৰ ভিতৰলৈ আগুৱাই যোৱাত নগাসকল সন্ত্ৰস্ত হয়, আৰু সুযোগ পালেই ইংৰাজক বিতাড়িত কৰিব বুলি স্থিৰ কৰে। ১৮৭৮ চনত বৃটিছ শাসিত নগা অঞ্চলৰ পলিটিকেল এজেণ্ট্ মিঃ ডেমাণ্টে (Mr. Damant) যেতিয়া ইংৰাজৰ শাসন কেন্দ্ৰ চামাগুৰটিঙৰ পৰা কোহিমালৈ স্থানান্তৰিত কৰিলে তেতিয়া আঙ্গামী নগাসকল ঘোৰ বিৰোধী হৈ উঠিল। ১৮৭৯ চনৰ অক্টোবৰ মাহত নগাই কোহিমা আক্ৰমণ কৰিলে। সেই যুঁজত ডেমাণ্ট চাহাবৰ মৃত্যু হ'ল। তেওঁৰ সহকাৰী মিঃ কাউলীয়ে (Mr. Cowley) মণিপুৰৰ পলিটিকেল এজেণ্ট্ কৰ্ণেল জন্‌ষ্টোনলৈ (Col. Johnstone) সংবাদ পঠালে যে অচিৰাৎ মণিপুৰৰ পৰা উপযুক্ত সামৰিক সাহায্য নেপালে নগাৰ হাতত কোহিমাৰ ইংৰাজ শাসন কেন্দ্ৰৰ চিন্‌চাব নাইকিয়া হব। এই আকস্মিক বিপদৰপৰা উদ্ধাৰ পাবলৈ জনষ্টোনে ৰজা চন্দ্ৰকীৰ্ত্তিৰ ওচৰত সহায় মাগিলে। কৰ্ণেল জন্‌ষ্টোনৰ সৈতে ৰজাই তেওঁৰ পুত্ৰ সুৰচন্দ্ৰ, টিকেন্দ্ৰজিৎ আৰু থাঙাল মেজৰৰ অধীনত দুই হেজাৰ সৈন্য কোহিমাৰ বিদ্ৰোহ দমন কৰিবলৈ পঠিয়াই দিলে। নগাসকলে ভাবিছিল যে তেওঁলোকৰ এই স্বাধীনতাৰ যুদ্ধত মণিপুৰ তেওঁলোকৰ সহযোগী হব। কিন্তু মণিপুৰৰ প্ৰতিকূল কাৰ্য্যত নগাৰ আক্ৰমণ ব্যৰ্থ হ'ল। মণিপুৰৰ সহযোগৰ কাৰণে বৃটিছৰ সন্মান আৰু ৰাজ্য উভয়ে ৰক্ষা পৰিল (১)। ২য় ব্ৰহ্ম যুদ্ধতো ইংৰাজে মণিপুৰৰপৰা যথেষ্ট সহায় আৰু সহযোগ লাভ কৰিছিল।

বৃটিছ গবৰ্ণমেণ্টে মণিপুৰৰ উপকাৰৰ প্ৰত্যুপকাৰ দিয়েই নকৰক, তাৰ যথোচিত শলাগ লবলৈ অলপো পলম নকৰিলে।

(১) It is difficult to over-estimate our obligation to the Maharaja for his loyal conduct during the insurrection and subsequent trouble s. According to his own belief, we had deprived him of territory belonging to him, and which he had been allowed to claim as his own. The Nagas asked him to help them, and promised to become his feudatories, if only he could not act against them. The temptation must have been strong, to atleast serve us as we deserved, by

১৮৮০ চনৰ ফেব্ৰুৱাৰী মাহত অসমৰ চিফ্ কমিছনাৰ চাৰ ষ্টুৱাৰ্ট বেইলিয়ে (Sir Stuart Bayley) নিজে মণিপুৰলৈ আহি তাত মণিপুৰৰ ৰাজদৰবাৰৰ এটা বিশেষ অধিবেশন পাতিলে। সেই দৰবাৰত মণিপুৰৰ ৰজা চন্দ্ৰকীৰ্ত্তিয়ে বৃটিছ গৱৰ্ণমেণ্টৰ প্ৰতি দেখুওৱা সম্ভাৱ আৰু প্ৰীতিৰ পুৰস্কাৰ স্বৰূপে তেওঁক বৃটিছ গৱৰ্ণমেণ্টে "ষ্টাৰ অব ইণ্ডিয়া" প্ৰতীক উপহাৰ দিয়ে আৰু কে, চি, এচ, আই উপাধিৰে বিভূষিত কৰে। ১৮৮৬ চনত মহাৰাজ চন্দ্ৰকীৰ্ত্তিসিংহৰ ৫৪ বছৰ বয়সত মৃত্যু হয়। তেওঁৰ ৰাজত্বকালৰ আগভাগত তেওঁ সুকলমে ৰাজকাৰ্য্য চলাব পৰা নাছিল, হয়তো ই হব পাৰে, তেওঁৰ অপৈণত বয়স আৰু অনভিজ্ঞতাৰ কাৰণে। তাৰ পিচত তেওঁ সুখ্যাতিৰে ৰাজকাৰ্য্য সম্পাদন কৰিছিল আৰু সেই গুণেই তেওঁ মণিপুৰৰ এজন কল্যাণকামী প্ৰজাৰঞ্জক ৰজা বুলি সুপৰিচিত হয়। কিন্তু দুৰ্ভাগ্যক্ৰমে অতিৰিক্ত ইংৰাজপ্ৰীতিৰ কাৰণে, স্বাধীন ৰাজ্যৰ ৰজাৰ দৰে তেওঁ মণিপুৰৰ ৰাজসিংহাসনৰ যথোচিত মৰ্য্যাদা ৰাখিব পৰা নাছিল। এইটো তেওঁৰ দুৰ্বলতাৰ চিন বুলিব পাৰি।

চাৰ জেমচ্ জনষ্টোন পলিটিকেল এজেণ্টসকলৰ ভিতৰত এজন অতি সুদক্ষ বিষয়া আছিল। তেওঁৰ কাৰ্য্যনিপুণতাৰ কাৰণে ৰজা চন্দ্ৰকীৰ্ত্তিয়ে প্ৰায় সকলো ৰাজকীয়-বিষয়ত তেওঁৰ মুখাপেক্ষী হৈছিল। মণিপুৰৰ আৰ্থিক, সামাজিক আৰু শিক্ষা সম্পৰ্কীয় উন্নতিমূলক সকলো কামতে জনষ্টোনৰ অবদান আদৰ্শ-স্থানীয়। তেওঁৰ উৎসাহ আৰু উদ্দীপনা নহলে ৰজা চন্দ্ৰকীৰ্ত্তিৰ আমোলত মণিপুৰ প্ৰগতিশীল কাৰ্য্যত আগবাঢ়িব নোৱাৰিলেহেঁতেন। যাইকৈ, তেওঁৰ দুটা কাম বৰ প্ৰশংসনীয়; প্ৰথমটো, মণিপুৰৰ পৰা কোহিমালৈ ৰাজআলি নিৰ্ম্মাণ, আৰু দ্বিতীয়টো, মণিপুৰত ইংৰাজী শিক্ষাৰ প্ৰচলন। কৰ্ণেল জনষ্টোন (Col Johnstone) আৰু

leaving us in the lurch, to get out of the mess as best as we could. Instead of this Chandra Kirti Sing loyally and cheerfully placed his resources at our disposal, and certainly by enabling to march to its relief, prevented the fall of Kohima and the disastrous result which would have inevitably followed."—James Johnstone—quoted by J. Roy. in 'History of Manipur.'

ৰয়েল ইঞ্জিনিয়াৰ লেফটেনেণ্ট ৰাবানৰ (Lt. Raban) তত্ত্বাৱধানত মণিপুৰৰ মহাৰজাই ১৮৮১ চনত মণিপুৰৰ পৰা কোহিমালৈ এই ৰাজআলি নিৰ্ম্মাণ কাৰ্য্য সমাপ্ত কৰে আৰু কালক্ৰমে ই ডিমাপুৰলৈ বিস্তৃত হৈ মণিপুৰৰ সৈতে অসম সংযোগ কৰে।

সংৰক্ষণশীল মণিপুৰত ইংৰাজী শিক্ষা প্ৰচলন কৰিবলৈ জনষ্টোন্ বৰ ব্যগ্ৰ হয়। তাকে কৰিবলৈ তেওঁ প্ৰথমে নানা বাধা অতিক্ৰম কৰিবলগীয়া হৈছিল। এনেতে তেওঁৰ পৰিকল্পনা কাৰ্য্যত পৰিণত কৰিবলৈ সুযোগ মিলিল। মণিপুৰ বাহিনীৰ থাঙ্গাল মেজৰ, বোখাসিং মেজৰ আৰু বলোৰাম সিং এই তিনিজন সামৰিক বিষয়াই উচ্চতৰ “জেনেৰেল” পদ পাবলৈ বৰ আগ্ৰহ কৰিছিল। ৰজাই এওঁলোকৰ পদোন্নতি কৰিলে যদিও, জনষ্টোনে এওঁলোকৰ উন্নত পদ মানিবলৈ অস্বীকাৰ কৰিলে। ইয়াৰ ঘাই কাৰণ, জনষ্টোন আছিল ‘লেফ্টেনেণ্ট কৰ্ণেল” ! গতিকে এই মণিপুৰী বিষয়াসকলে তেওঁতকৈ উচ্চতৰ পদ পালে মণিপুৰৰ ৰাজকাৰ্য্য চলোৱাত শৃঙ্খলা ৰখা টান হব বুলি তেওঁৰ বিশ্বাস হৈছিল। অসমৰ চিফ্ কমিছনাৰক এই কথা জনাই মণিপুৰী বিষয়াসকলৰ পদোন্নতি অগ্ৰাহ্য কৰালে। মণিপুৰী বিষয়া-সকলে বুজিলে যে জনষ্টোনক সন্তুষ্ট কৰিব নোৱাৰিলে তেওঁলোকৰ ‘জেনেৰেল’ উপাধি বৃটিছ গবৰ্ণমেণ্টৰ পক্ষৰ পৰা স্বীকৃত হোৱা টান। এই বিষয়ে তেওঁলোকে বিশেষকৈ জনষ্টোনক আবেদন জনালে, আৰু জনষ্টোনেও এই প্ৰতিপত্তিশালী বিষয়া কেইজনৰ ক্ষমতাৰ সদ্ব্যৱহাৰ কৰিবলৈ মন কৰিলে। অভিপ্ৰায় সিদ্ধিৰ কাৰণে জনষ্টোনে এওঁলোকক জনালে যে, যদি এওঁলোকে মণিপুৰত ইংৰাজী স্কুল স্থাপনৰ বাবে ৰজাৰ সম্মতি আনি দিব পাৰে, তেনেহলে তেওঁ তেওঁলোকৰ পদোন্নতি মানি লব। এই উপায়ে চতুৰ জনষ্টোনৰ অভিপ্ৰায় সিদ্ধি হ’ল। জেনেৰেলসকলৰ অনুৰোধত প্ৰথমে ইম্ফলত ইংৰাজী স্কুল স্থাপন কৰিবলৈ ৰজাই সম্মতি দিলে। ৰাজ-সম্মতিত এইৰূপে ১৮৮৫ চনত ইম্ফলত প্ৰথম মধ্যইংৰাজী স্কুল স্থাপন হয়। জনষ্টোনে তেওঁৰ প্ৰতিশ্ৰুতি অনুসৰি বিষয়াসকলৰ পদোন্নতি মানি ললে।

ভাৰতলৈ ইংৰাজৰ যি সকল প্ৰসিদ্ধ কাৰ্য্যকাৰক আহিছিল তেওঁলোকৰ ভিতৰত চাৰ জেম্‌ছ জনষ্টোন এজন। এওঁ যি কোনো সুকঠিন সমস্যা সমাধান কৰি মণিপুৰ আৰু ইংৰাজৰ স্বাৰ্থ-ৰক্ষা ক..ৰ পাৰিছিল। প্ৰজাহিতকৰ কাম কৰিবলৈ এওঁ অশেষ ক্লেশ সহিবলৈ কুণ্ঠিত নহৈছিল। যাৰ হকে কাম কৰা হয়, তাৰ সৈতে সংমিশ্ৰিত হোৱা নীতি এওঁ সমৰ্থন নকৰিছিল। এওঁৰ সামাজিক জীৱন আছিল সম্পূৰ্ণ অকলশৰীয়া। আনকি মণিপুৰ ৰাজ-পৰিবাৰৰ লগতো এওঁৰ ঘনিষ্ঠতা আছিল বৰ কম। ৰজা চন্দ্ৰকীৰ্ত্তিৰ মৃত্যুৰ বছৰতেই কৰ্ণেল জনষ্টোনে তেওঁৰ বিষয়বাবৰ পৰা অবসৰ লয়। এই দুয়োজন কাৰ্য্যক্ষম সুশাসক অন্তৰ্দ্ধান হোৱাৰ লগে লগে মণিপুৰ ৰাজ্যত ঘোৰ সঙ্কট উপস্থিত হয়।

মহাৰাজ চন্দ্ৰকীৰ্ত্তি আৰু চাৰ জেম্‌ছ জনষ্টোনৰ ঠাই যথাক্ৰমে ৰজা সুৰচন্দ্ৰ আৰু ফ্ৰেঙ্ক্ চেইণ্ট্ ক্লেয়াৰ গ্ৰিমউডে (Frank st. Clair Grimwood) পূৰণ কৰিলে। জনষ্টোনৰ আগত কেবাজনো ইংৰাজ বিষয়া মণিপুৰৰ পলিটিকেল এজেণ্ট স্বৰূপে নিযুক্ত হৈছিল; কিন্তু বিশেষ পাৰদৰ্শিতাৰে এওঁলোকে শাসনকাৰ্য্য চলাব পৰা নাছিল। জনষ্টোনৰ পিচত মেজৰ ট্ৰোটাৰে (Major Trotter) এই কাৰ্য্যভাৰ গ্ৰহণ কৰিছিল; কিন্তু প্ৰায় এমাহ পিচতেই ব্ৰহ্মযুদ্ধত আহত হৈ তেওঁৰ মৃত্যু হয়। দুৰ্ভাগ্যগুণে, মণিপুৰৰ এজেণ্ট স্বৰূপে জনষ্টোনৰ নি.চনা আন এজন সুদক্ষ বিষয়া বাচি দিবলৈ বৃটিছ গবৰ্ণমেণ্টে মনযোগ নিদিলে। স্বৰাষ্ট্ৰ আৰু পৰৰাষ্ট্ৰৰ স্বাৰ্থ অক্ষুণ্ণ ৰাখি শাসনকাৰ্য্য চলাব পৰা কাৰ্য্যক্ষম কৰ্ম্মচাৰী এজনক বৃটিছ গবৰ্ণমেণ্টে মণিপুৰৰ এজেণ্ট স্বৰূপে বিচাৰি দিয়া হলে হয়তো মণিপুৰত আগন্তুক জটিল পৰিস্থিতিৰ সৃষ্টি নহলহেঁতেন।

১৮৬১ চনত চিভিল ফাইনেন্স্ কমিছনৰ নিৰ্দ্দেশ অনুসৰি মণিপুৰৰ পলিটিকেল এজেণ্টৰ পদ উঠাই দিয়াৰ প্ৰস্তাৱ হৈছিল; কিন্তু তেতিয়াৰ এজেণ্ট্ মেজৰ মেক্‌কুলক আৰু মহাৰজাই এই প্ৰস্তাৱৰ বিপৰীতে বৃটিছ গবৰ্ণমেণ্টক আবেদন দিয়াত এই প্ৰস্তাৱ স্থগিত থাকে। বঙ্গৰ গবৰ্ণমেণ্টৰ এই বিষয়ে মত লোৱাত, কাছাৰৰ চুপাৰিন্‌টেনডেণ্ট জনে মণিপুৰৰ এজেণ্ট কাম চলাব পাৰিব বুলি

মত দিছিল। অৱশেষত মণিপুৰত বৃটিছ এজেণ্টৰ আৱশ্যক বুলি ৰজা আৰু প্ৰজাৰ বহু দফে প্ৰতিবেদন পাই বৃটিছ গবৰ্ণমেণ্টে মণিপুৰত এইপদ নিগাজী কৰিছিল (১)। ১৮৬৩ চনৰ পৰা ভাৰত গবৰ্ণমেণ্টৰ সৈতে মণিপুৰৰ পোন সম্পৰ্ক আছিল; পিচত ১৮৭৪ চনত অসমত চিফ্‌কমিছনাৰ নিযুক্ত হোৱাৰপৰা মণিপুৰৰ শাসন সম্পৰ্কীয় বিষয়বোৰ অসমৰ চিফ্‌কমিছনাৰৰ জৰিয়তে হব-লগীয়া হয়।

মণিপুৰৰ এই সন্ধিক্ষণত, উচ্চ শিক্ষিত হলেও, অনভিজ্ঞ ডেকা এজনক বৃটিছ গবৰ্ণমেণ্টে মণিপুৰৰ পলিটিকেল এজেণ্টৰ গভীৰ দায়িত্বপূৰ্ণ কামৰ ভাৰ দিয়াৰ ফলত, ভাৰতৰ ইতিহাসত এটা ভয়াবহ পৰিচ্ছেদৰ সংযোগ হ'ল। মিঃ ফ্ৰেঙ্ক্ গ্ৰিমউডে ইংলণ্ডত আই, চি, এচ পৰীক্ষাত উত্তীৰ্ণ হৈ আহি প্ৰথমতে চিলেটত এটা অধীনস্থ বিষয়াৰ বাব লৈ আছিল। উপযুক্ত শাসকৰ অভিজ্ঞতা তেওঁৰ সমূলি নাছিল; বিশেষকৈ নানা সমস্যাৰে পৰিপূৰ্ণ পৰ্বতীয়া জাতিবোৰৰ আভ্যন্তৰিক পৰিস্থিতিৰ ফালে চকু ৰাখি শাসনকাৰ্য্য চলোৱা শক্তি সঞ্চয় কৰিবলৈ সুযোগ তেওঁ আগতে পোৱা নাছিল। সুখ-সম্ভোগ, ভোগ বিলাস আৰু মৰ্য্যাদাৰ বাবেই মণিপৰৰ পলিটিকেল এজেণ্টৰ পদ লবলৈ গ্ৰিমউডে সপোন দেখিছিল। তেওঁ এই পদ লৈছিল, তেওঁৰ আশা আকাঙ্ক্ষা পূৰণ কৰিবলৈ। এই পদত নিযুক্ত হৈ তেওঁ মণিপুৰত সৰহ দিন থাকিব নোৱাৰিলে। মণিপুৰত কিছুদিন থকাৰ পিচত তাৰ পৰা তেওঁ যোৰহাটলৈ আৰু তাত কাৰ্য্যভাৰ লব নৌ পাওঁতেই গুৱাহাটীলৈ বদলি হয়। এইদৰে মণিপুৰ এৰিব লগীয়া হোৱাত তেওঁ ভাবিলে যেন তেওঁৰ বাসনা অতৃপ্ত হৈ ৰল।

গ্ৰিমউডৰ সলনি, গাৰোহিলৰ একটিং ডেপুটিকমিছনাৰ মিঃ হিথ্ ( Mr Heath ) নামেৰে বিষয়া এজনে পলিটিকেল এজেণ্টৰ

(১) "Lastly, but not least both the chief himself and his people desire to have a British Agent among them; they have told Captain Stewart that the presence of one is equal to a brigade as regards the security of the country on the grounds of the chiefs being cruel, oppressive and weak and it being far away from Cachar and being difficult of access."

—Mackenzie's—North East Frontier of Bengal.

পদ লবলৈ মণিপুৰত উপস্থিত হ'ল। হিথৰ প্ৰকৃতি গ্ৰিমউডৰ প্ৰকৃতিৰ সম্পূৰ্ণ বিপৰীত আছিল; তাতে এওঁ আছিল ৰুগীয়া। তেওঁ মণিপুৰ সোমাই পৰ্ব্বতে অৰণ্যে পাৰিপাৰ্শ্বিক অৱস্থা দেখি বৰ বিমৰিষ হ'ল। গ্ৰিমউডে মণিপুৰ এৰিবলগীয়া হোৱাত যি হতাশা অনুভৱ কৰিছিল, এওঁ মণিপুৰ সোমাবলগীয়া হোৱাত সেই হতাশা অনুভৱ কৰিলে। গ্ৰিমউড আৰু মিচেচ্ গ্ৰিমউডে তেওঁক উৎসাহিত কৰিবলৈ নানা যত্ন কৰিছিল যদিও, হিথ্ চাহাবৰ মানসিক বিকাৰৰ পৰিৱৰ্ত্তন ন'হল। তেওঁৰ পক্ষে মণিপুৰ ভালুকৰ সাঙি বুলি তেওঁ বিবেচনা কৰিলে। বেচেৰা অদূৰদৰ্শী হিথ্! বেচি দিন আৰু মণিপুৰত ভোগ কৰিব নোৱাৰিলে। তেওঁৰ কাল চাপি আহিছিল; পত্নীৰ সৈতে গ্ৰিমউডে গুৱাহাটী আহি পোৱাৰ অলপ কেইদিনমান পিচতেই তাঁৰ যোগে বাতৰি পালে যে টান নৰিয়াত হিথ্ চাহাবৰ মৃত্যু হৈছে। হতভাগ্য হিথে বিভীষিকাৰ মাজত এইদৰে প্ৰাণ এৰিব লগীয়া হোৱাত গ্ৰিমউড আৰু তেওঁৰ পত্নীয়ে মনত বৰ আঘাত পালে।

গ্ৰিমউডে ভাবিছিল, জানোচা গবৰ্ণমেণ্টে হিথৰ ঠাইত তেওঁক আকৌ সেই পদত নিযুক্ত কৰে! সময়ত সেয়ে হ'ল। হিথৰ মৃত্যুৰ দুই চাৰি দিন পিচতে গবৰ্ণমেণ্টে তেওঁক পুনৰ মণিপুৰলৈ যাবনে বুলি সুধি পঠালে। প্ৰত্যুত্তৰত মিচেচ্ গ্ৰিমউডে সম্মতি দিব খুখুজিছিল। হাজাৰ হলেও মাইকী মানুহৰ মন! যি ঘৰত গৈ সোমাব লাগিব সেই ঘৰতেই হিথৰ মৃত্যু আৰু ততোধিক তাৰেই ওচৰতে তেওঁৰ কবৰ। কুসংস্কাৰ জনিত আৰু চিন্তা প্ৰসূত হিথৰ প্ৰেতমূৰ্ত্তি মিচেচ্ গ্ৰিমউডৰ মনত ভাঁহি উঠিল আৰু সেয়ে মণিপুৰলৈ পুনৰাগমনৰ ইচ্ছাৰ অন্তৰায় হ'ল। এই দুৰ্ব্বলতাই কিন্তু গ্ৰিমউডক বশীভূত কৰিব নোৱাৰিলে। অগত্যা মিচেচ্ গ্ৰিমউডে তেওঁৰ স্বামীৰ ইচ্ছাত বাধা নিদিলে। গবৰ্ণমেণ্টৰ প্ৰশ্নৰ উত্তৰত গ্ৰিমউডে সেই পদ লবলৈ সম্মতি দিলে—তেওঁ বুজিব নোৱাৰিলে যে অদূৰ ভবিষ্যতত তেওঁৰ এটা কালান্তৰ মুহূৰ্ত্ত বৈ আছে। বহুকষ্টে গ্ৰিমউডে উভতি গৈ মণিপুৰত কাৰ্য্যভাৰ গ্ৰহণ কৰিলে।

বহুপত্নী, বহুপুত্ৰই সাংসাৰিক অশান্তি আৰু বিশৃঙ্খলাৰ কাৰণ,— মহাৰাজ চন্দ্ৰকীৰ্ত্তিসিংহৰ পাৰিবাৰিক জীৱনেই এই কথাষাৰৰ জ্বলন্ত উদাহৰণ স্বৰূপ হ'ল। তেওঁৰ আঠজনী ৰাণীৰ ভিতৰত ছয় জনীৰ এইদৰে দহজন পুত্ৰ ওপজে—

১মা ৰাণীৰ— (১) সুৰচন্দ্ৰ—মহাৰাজা
(২) ভৈৰৱজিৎ (পাকাসেনা)—চাগোল হাঞোবা
(৩) কৈশৰজিৎ—চামহাঞোবা
(৪) পদ্মলোচন (গোপাল সেনা)—ছুলাই ৰায়
২য়া ৰাণীৰ— (১) কুলচন্দ্ৰ—যুৱৰাজ
(২) গান্ধাৰ সিংহ
৩য়া ৰাণীৰ— টিকেন্দ্ৰজিৎ (কয়ৰেং)—সেনাপতি
৪ৰ্থা ৰাণীৰ— জলকীৰ্ত্তি—সৈন্যাধ্যক্ষ
৫মা ৰাণীৰ— অঙ্গৌসেনা—ৰাজআলিৰ তত্বাবধায়ক
৬ষ্ঠা ৰাণীৰ— জিল্লাম গান্ধা বা জিল্লাম সিংহ (নাবালক)

ৰজা চন্দ্ৰকীৰ্ত্তিৰ জীৱিত কালত পুত্ৰ গান্ধাৰসিংহৰ মৃত্যু হয়। বাকী ন জন পুতেকৰ ভিতৰত নিয়ম অনুসৰি ১মা ৰাণীৰ ১ম পুত্ৰ সুৰচন্দ্ৰক তেওঁ ৰাজ্যভাৰ অৰ্পণ কৰি বাকী কেইজনৰ মাজত ওপৰত কোৱাৰ দৰে ভিন্ ভিন্ ৰাজপদ বিতৰণ কৰে। সুৰচন্দ্ৰই ৰাজপাট লোৱাৰ কিছুদিন পিচতেই সৈন্যাধ্যক্ষ জলকীৰ্ত্তিৰ মৃত্যু হয় আৰু তেওঁৰ ঠাইত সামৰিক বিভাগৰ ভাৰপ্ৰাপ্ত হয় সেনাপতি টিকেন্দ্ৰজিতে।

ৰজা সুৰচন্দ্ৰৰ ৰাজত্বৰ আৰম্ভণিতে ৰাজভ্ৰাতাসকলৰ মনত অনৈক্যৰ ভাৱ নাছিল। ৰজা নৰসিংহ আৰু ভুৱণসিংহৰ পুতেক-সকলৰ বিদ্ৰোহ দমন কৰি সেনাপতি টিকেন্দ্ৰজিতে ৰজা সুৰচন্দ্ৰৰ প্ৰতি ৰাজভক্তি আৰু কৰ্ত্তব্যনিষ্ঠাৰ যথেষ্ট পৰিচয় দিছিল।

কিন্তু ৰাজ্যৰ এই শান্ত অৱস্থা বেচি দিনলৈ স্থায়ী নহল। ৰাজকাৰ্য্য পৰিচালনাত সুৰচন্দ্ৰৰ দক্ষতা সমূলি নাছিল। তেওঁ দুৰ্বল অন্তৰৰ ৰজা কাৰণে ভায়েকসকলৰ ওপৰত প্ৰভুত্ব কৰিব নোৱাৰিছিল। সৰু-বৰ নানা কথাকে লৈ এওঁলোকৰ মাজত দুই দলৰ সৃষ্টি হ'ল। সুৰচন্দ্ৰ আৰু তেওঁৰ তিনি ভায়েকে এদল আৰু বাকী কেইজনে আন এটা দলৰ সৃষ্টি কৰিলে। আন

দলটোৰ নেতৃত্ব কৰিছিল টিকেন্দ্ৰজিতে। পাকাসেনাৰ উল্লেখযোগ্য গুণ একো নাছিল; বৰং গুণতকৈ দোষেই আছিল তেওঁৰ বেচি।

ৰাজকোঁৱৰসকলৰ ভিতৰত আটাইতকৈ সুদক্ষ আছিল সেনাপতি টিকেন্দ্ৰজিৎ। এওঁ ১৮৫৯ চনত জন্ম গ্ৰহণ কৰে। এওঁৰ আন নাম আছিল 'কয়ৰেং' অৰ্থাৎ বাঘচিকাৰী। ১৬ বছৰ বয়সৰ পৰাই এওঁ পাহাৰ পৰ্বত বগাই অকল যাঠী আৰু তৰোৱালেৰে বাঘ চিকাৰ কৰি ফুৰিছিল আৰু সেই কাৰণেই পিতাকে তেওঁক 'কয়ৰেং' বুলি মাতিছিল। এওঁ আছিল মণিপুৰৰ অদ্বিতীয় পলো খেলুৱৈ। মিচেচ গ্ৰিমউডে লিখিছে, এওঁ যেতিয়া ৰঙচুৱা সাজ-পাৰেৰে সুশোভিত হৈ অতি বেগবান ঘোঁৰাত উঠি পলো খেলিছিল সেই দৃশ্যই হেনো দৰ্শকৰ মন উত্তেজিত কৰিছিল। আকাৰত দেখিবলৈ সিমান শকত-আবত নহলেও, এওঁৰ নিচিনা বলী পুৰুষ মণিপুৰত নাছিল। ভালৰ লগত এওঁৰ বন্ধুতা আছিল যেনে সুন্দৰ, বেয়াৰ লগত শত্ৰুতাও আছিল তেনে ভয়ঙ্কৰ। জনসাধাৰণৰ ওপৰত এওঁৰ অসীম প্ৰতিপত্তি আছিল। এওঁ ৰজা নহলেও, এওঁক ৰজাৰ তুল্য জ্ঞান কৰিছিল। হিন্দী ভাষা এওঁ ভাল-দৰে কব পাৰিছিল।

প্ৰথমে ইংৰাজৰ প্ৰতি টিকেন্দ্ৰজিতৰ সদ্ভাৱ তিমান নাছিল। ৰাজআদেশত থাঙ্গাল জেনেৰেলৰ সৈতে জন্‌ষ্টোনৰ সহযোগী হৈ গলেও, কোহিমাৰ নগাৰ বিৰুদ্ধে যুঁজ কৰিবলৈ এওঁৰ আন্তৰিক ইচ্ছা নাছিল। ইংৰাজে বুজিছিল যে ব্যক্তিত্ব আৰু জনপ্ৰিয়তাৰ কাৰণে এওঁ মণিপুৰৰ সৰ্বোচ্চ স্থান অধিকাৰ কৰিছে। ইংৰাজৰ প্ৰতি এওঁৰ অৱজ্ঞাসূচক আচৰণৰ বাবে ইংৰাজে এওঁক সন্দেহৰ চকুৰে চাইছিল। অৱশেষত ইংৰাজৰ প্ৰতি এওঁৰ অবিশ্বাস আৰু অৱমাননাই এওঁৰ কাল স্বৰূপ হয়।

জন্‌ষ্টোন আৰু গ্ৰিমউড্ পৰস্পৰ বিপৰীত প্ৰকৃতিৰ লোক আছিল। জন্‌ষ্টোন আছিল কৰ্ত্তব্য পৰায়ণ কৰ্ম্মবীৰ আৰু গ্ৰিমউড আছিল চঞ্চলমতি বিলাসী। সমাজ বিহীন জন্‌ষ্টোনে সদায় নিজত্ব ৰক্ষা কৰি চলিছিল আৰু গ্ৰিমউডে আনৰ সম্পৰ্কত চিত্ত বিনোদনকাৰী আচৰণেৰে তৃপ্তি লাভ কৰিছিল। মিচেচ্ গ্ৰিমউডৰ যেতিয়া ৰাজ পৰিয়ালৰ সৈতে বিশেষ ঘনিষ্ঠতা জন্মিল তেতিয়া সেনাপতি

টিকেন্দ্ৰজিতে গ্ৰিমউডৰ লগত নানা খেল-ধেমালি, চিকাৰ কৰি আনন্দত দিন নিয়াব ধৰিলে। ক্ৰমে ইংৰাজৰ প্ৰতি টিকেন্দ্ৰজিতৰ বিদ্বেষ ভাৱ আঁতৰিল আৰু শেষত মিঃ গ্ৰিমউড্ আৰু মিচেচ গ্ৰিমউডৰ অতি বন্ধু বুলি পৰিগণিত হ'ল। এইদৰে বন্ধু ভাবাপন্ন হৈ সময়ত তেওঁ সুন্দৰীসকলক লৈ গ্ৰিমউডৰ ৰেচিডেন্সিত উৎসৱ ক্ৰীড়াত যোগ দিছিল। চমুকৈ কবলৈ গলে মিঃ গ্ৰিমউড এজন দুশ্চৰিত্ৰ ব্যক্তি আছিল আৰু তেওঁ সেনাপতিক কুপথগামী কৰিবলৈ কুণ্ঠিত নহৈছিল (১)। সংৰক্ষণশীল মণিপুৰীসকলে টিকেন্দ্ৰজিৎ আৰু গ্ৰিমউডৰ এনে সমাজ বিৰোধী উদাৰতাৰ পক্ষপাতী নাছিল আৰু সম্ভৱতঃ গ্ৰিমউডৰ প্ৰতি এই অশ্ৰদ্ধাৰ কাৰণেই সেই কালান্তক নিশা উত্তেজিত মণিপুৰীসকলে প্ৰথমেই এওঁক নিকৰুণভাৱে আক্ৰমণ কৰিছিল।

ৰাজপৰিয়ালৰ দুয়ো দলৰ ভিতৰত পৰস্পৰ বিদ্বেষ ক্ৰমে স্পষ্ট হৈ উঠিল। এই বিদ্বেষত যেতিয়া ৰজাই অংশ গ্ৰহণ কৰিলে স্বভাৱতে আন পক্ষই তেওঁৰ ওপৰত বিশ্বাস হেৰুৱালে। ৰজা শুৰচন্দ্ৰ পাকাসেনাৰ সমৰ্থক আছিল আৰু সহজে তেওঁৰ কথাত পতিয়ন গৈছিল। আনদলৰ ৰাজকোঁৱৰসকলে টিকেন্দ্ৰজিতৰ বুদ্ধি-পৰামৰ্শৰ ওপৰত নিৰ্ভৰ কৰিছিল। পাকাসেনাই টিকেন্দ্ৰজিতৰ যি কোনো কাৰ্য্যত প্ৰকাশ্যে অপ্ৰকাশ্যে বাধা দিব ধৰিলে আৰু ইয়াৰ প্ৰতিক্ৰিয়া স্বৰূপে বিপক্ষৰ প্ৰতি টিকেন্দ্ৰজিতৰ প্ৰতিহিংসা জাগি উঠিল।

অৱশেষত মাইপাকৃবি নামেৰে নাচনী এজনীৰ কাৰণে পাকাসেনা আৰু টিকেন্দ্ৰজিতৰ মাজত মনোমালিন্যৰ সৃষ্টি হ'ল। মাইপাকৃবি ৰাজদৰবাৰৰ সোণাৰী সভ্য এজনৰ ছোৱালী আছিল। নৃত্যগীতত এওঁ সুপ্ৰসিদ্ধা আছিল। এওঁৰ এই গুণৰ কাৰণেই যি কোনো

(১) In this connection Captain Hearsay declared. "Mr. Grimwood not only used to photograph the young girls but used likewise to show the prettiest of them the most recent method of development in the dark room." To put it in plain English he was in the habit of debauching many of the prettiest of those young Manipuri girls and young women in the dark room.—From the article by Mr. J. L. Sinha, General Secretary, Manipuri Association, Shillong, in Independence Day Supplement of Frontier Times, 1964.

ৰাজকীয় উৎসৱত এওঁ যথোচিত সমাদৰ লাভ কৰিছিল। গাভৰু মাইপাকৃবি দেখিবলৈ অতি ৰূপৱতী নহলেও, ৰাজকোঁৱৰসকলক আকৃষ্ট কৰিবলৈ এওঁৰ যথেষ্ট সৌন্দৰ্য্য আছিল। পাকাসেনা আৰু টিকেন্দ্ৰজিৎ উভয়ে এই ৰমণীৰ সৌন্দৰ্য্যত মুগ্ধ হয় আৰু এওঁৰ কাৰণে পৰস্পৰে প্ৰতিদ্বন্দ্বী হয়!

ৰজা সুৰচন্দ্ৰ অকৰ্ম্মণ্য হলেও চৰিত্ৰত সজ আৰু সাধু আছিল। ভগবান ভক্তিত তেওঁৰ অগাধ বিশ্বাস আছিল। তেওঁৰ এই সজ গুণৰ কাৰণে ভাতৃ বিৰোধৰ অন্ত কৰিবলৈ চেপ্তেম্বৰ মাহৰ ১৬ তাৰিখে মহাবলীবনত এটা বিৰাট ভোজৰ অয়োজন কৰি তালৈ গোটেই কেইজন ভায়েকক নিমন্ত্ৰণ কৰিলে। ভোজনৰ শেষত ৰজাই ৰাজভ্ৰাতাসকলক অনুৰোধ জনালে, যেন ৰাজ্যৰ আৰু নিজৰ মঙ্গলৰ কাৰণে পৰস্পৰে বিদ্বেষ ভাৱ পৰিহাৰ কৰে। ৰাজ অনুৰোধ ৰক্ষা কৰিবলৈ ইজনে সিজনৰ প্ৰতি বিনয়াৱনত হৈ মৰম আৰু ভক্তি ভৰা আলিঙ্গন কৰিলে। অৱশেষত আটায়ে ৰজাৰ সমুখত আঁঠু ললে আৰু নিজ নিজ তৰোৱাল ছুই অঙ্গীকাৰ কৰিলে যে, অকাৰণত যেন কোনেও ভাতৃৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ নকৰে। এই ভাতৃ-মিলন ঘোষণা কৰিবলৈ ৰাজ হাউলিত পাঁচবাৰ তোপধ্বনি হল। সকলোৱে ভাবিলে ৰাজকোঁৱৰসকলৰ ভিতৰত যেতিয়া সম্ভাৱ স্থাপন হৈছে তেতিয়া আৰু প্ৰজাৰ সুখ-সম্ভোগে মণিপুৰ ৰাজ্য উপচি পৰিব। কিন্তু এই সদিচ্ছা কাৰ্য্যত পৰিণত নহল! পাকা-সেনাই তেওঁৰ বিমাতৃ ভ্ৰাতাসকলৰ প্ৰতি সন্দেহ আৰু অবিশ্বাস এৰিব নোৱাৰিলে। তেওঁৰ ধাৰণা হ'ল, ৰজাৰ মহাবলীবনৰ উৎসৱ আৰু আকাঙ্ক্ষা নিৰৰ্থক, ই মাত্ৰ ৰজাৰ তোষামোদীৰ উদ্ভাৱনা। তেওঁ ভিতৰে ভিতৰে অস্ত্ৰ-শস্ত্ৰ গোটাই লৈ সাময়িক দুৰ্যোগৰ বাবে সাজু হৈ থাকিল; আৰু আনপক্ষে ইয়াৰ প্ৰতিৰোধৰ চেষ্টা চলিল।

অঙ্গৌসিংহ আৰু জিল্লাসিংহৰ সৈতে পাকাসেনাৰ বিৰোধ প্ৰকাশ পাবলৈ বেচিদিন নেলাগিল। পাকাসেনাই নানা কথা লগাই এওঁলোকৰ বিৰুদ্ধে ৰজাৰ ওচৰত গোচৰ দিলে। বিশেষকৈ ৰাজ বিৰোধী বুলি ৰজাই যেতিয়া জিল্লাসিংহক দৰবাৰলৈ অহাৰ

অনুমতি প্ৰত্যাহাৰ কৰিলে আৰু তেওঁক নিৰ্দ্ধাৰিত ৰাজকাৰ্য্য পৰিচালনাৰ ভাৰৰ পৰাও বঞ্চিত কৰিলে, তেতিয়া ভাতৃবিৰোধ গভীৰ হৈ আহিল। ভিতৰে ভিতৰে এইটোও হেনো স্থিৰ হৈছিল যে জিল্লাসিংহৰ অমাৰ্জ্জনীয় দোষৰ বাবে প্ৰকাশ্য বিচাৰত তেওঁৰ প্ৰতি গুৰুতৰ শাস্তি বিধান কৰা হব। ৰজাৰ পক্ষপাতিতা দেখি দুৰ্বল ৰজাৰ পৰা সুবিচাৰৰ আশা নাই বুলি এওঁলোকৰ দৃঢ় বিশ্বাস জন্মিল। এনেতে জনৰব উঠিল যে, ২২ চেপ্তেম্বৰ তাৰিখে ৰাতিপুৱা অঙ্গৌসিংহ আৰু জিল্লাসিংহক ৰাজ আদেশত নিৰস্ত্ৰ কৰা হব। এই অপমান সহ্য কৰাতকৈ, মৃত্যুই শ্ৰেয় বিবেচনা কৰি এওঁলোকে মনে মনে যুদ্ধৰ কাৰণে সাজু হ'ল। যুৱৰাজ কুলচন্দ্ৰ পক্ষপাত শূন্য আৰু ভাতৃবিৰোধবিহীন আছিল। তেওঁ আগন্তুক বিদ্ৰোহৰ গম পাই অঙ্গৌসিংহ আৰু জিল্লাসিংহক তেওঁৰ ঘৰলৈ মতাই আনিলে আৰু যি কোনো কাৰণত ৰাজ-বিৰোধী নহবলৈ সদুপদেশ দিলে।

কুলচন্দ্ৰৰ মধ্যস্থতা ভাতৃবিৰোধৰ নিবৃত্তিত সহায় নহল। সম্ভাব্য ৰাজদণ্ড বলেৰে ওফৰাবলৈ ১৮৯০ চনৰ ২১ চেপ্তেম্বৰত মাজ নিশা অঙ্গৌসিংহ আৰু জিল্লাসিংহ উভয়ে অনুচৰ কিছুমানৰ সৈতে কাৰেঙৰ দেৱাল পাৰ হৈ ৰজা শোৱা কোঠালীৰ ফালে অবিশ্ৰান্ত গুলী বৰ্ষণ কৰে। ৰজা সুৰচন্দ্ৰ স্বভাৱতে বৰ ভয়াতুৰ আছিল। তদুপৰি তেওঁ আত্মৰক্ষাৰ বাবে অলপো সাজু নাছিল; তেওঁৰ এনে সাহসও নাছিল যে তেওঁ সেই আকস্মিক আক্ৰমণৰ প্ৰতিৰোধ কৰিবলৈ শত্ৰুৰ বিপক্ষে থিয় হব। বিমূঢ় ৰজাই প্ৰাণহানিৰ ভয়ত গুপ্ত পথেৰে ওচৰতে থকা পাকাসেনাৰ ঘৰলৈ পলাই গৈ আত্মৰক্ষাৰ উপায় বিচাৰিলে। তেতিয়া জাকে জাকে গুলী বৰ্ষণ হৈছিল। ৰজা আৰু তেওঁৰ তিনিজন ভায়েকে পৰামৰ্শ কৰি সিদ্ধান্ত ললে যে সংগঠিত শত্ৰুৰ বিপৰীতে আক্ৰমণৰ দিহা যেতিয়া নাই, যি কোনো উপায়ে গ্ৰিমৃউড চাহাবৰ ৰেচিডেন্সিত আশ্ৰয় লোৱাই যুগুত। অঙ্গৌসিংহ আৰু জিল্লাসিংহই তেওঁৰ বিজয় সঙ্কেত দিবলৈ ৰাজপুৰিৰ পৰা পাঁচবাৰ তোপ ধ্বনি কৰিলে। জনতাই ৰাজপুৰি ভৰি পৰিল। ইতিমধ্যে ৰজাই তেওঁৰ ভাতৃবৃন্দৰ সৈতে ৰাজপুৰিৰ পিচফালৰ বাটেদি পলাই গৈ

পলিটিকেল এজেণ্টৰ ৰেচিডেন্সিত উপস্থিত হ'ল। এই সময়ত সেনাপতি টিকেন্দ্ৰজিৎ আহি অস্ত্ৰ-শস্ত্ৰ বাৰুদাদি পূৰ্ণ মেগেজিন আৰু ৰাজপ্ৰাসাদ দখল কৰি ৰহিল। অঙ্গৌসিংহ আৰু জিল্লাসিংহই টিকেন্দ্ৰজিতৰ উদগণিত নাইবা সমৰ্থনত এই কাম কৰিছে, ই বুজিবলৈ কাৰো বাকী নেথাকিল।

ৰজাই আক্ৰমণৰ সবিশেষ বৰ্ণনা দি প্ৰাণৰক্ষাৰ্থে গ্ৰিমউডৰ আশ্ৰয় বিচাৰিলে। ৰাতি দুই বজাত ৰজাৰ এনে দুঃখজনক অৱস্থা দেখি গ্ৰিমউডে বিচুৰ্ত্তি খালে। তেওঁ আচৰিত হ'ল যে আত্মৰক্ষাৰ কাৰণে অলপো চেষ্টা নকৰি ৰজা এজনে প্ৰাণৰ ভয়ত এইদৰে তেওঁৰ শৰণাপন্ন হৈছে। যি হওঁক, তেওঁ সপৰিয়ালে ৰজাক ৰেচিডেন্সিত ঠাই দিলে। লাহে লাহে আক্ৰমণৰ বিভীষিকা কমিল, ৰজা পলোৱাৰ কিছু সময় পিচত ৰাজ কাৰেঙৰ অৱস্থাও শান্ত হ'ল। ৰাজ পৰিয়ালৰ নিৰ্বিঘ্নতাৰ কাৰণে লাংথাবালৰ ইংৰাজ সৈন্যাবাসৰ পৰা পলিটিকেল এজেণ্টে কিছুমান গুৰ্খা সৈনিক আনি ৰেচিডেন্সিত ৰাখিলে। তেওঁ ৰজাক প্ৰবোধ দিলে যে কাৰেঙৰ স্বাভাৱিক অৱস্থা আহিলে তেওঁ লাংথাবালৰ পৰা, নতুবা, লাগিলে কোহিমাৰ পৰা আৱশ্যকীয় সামৰিক সহায় লৈ তেওঁৰ ৰাজপদ নিৰাপদ কৰিব। কিন্তু গ্ৰিমউডৰ সকলো উক্তি আৰু সকলো যুক্তি নিষ্ফল হ'ল। সেনাপতি টিকেন্দ্ৰজিতৰ ভয়ত যি কোনো সান্ত্বনাই ৰজাৰ মনত প্ৰবোধ দিব নোৱাৰিলে।

অৱশেষত ৰজাই প্ৰকাশ কৰিলে যে তেওঁ ৰাজসিংহাসনৰ মোহ পৰিত্যাগ কৰি সদলে বৃন্দাবনলৈ যাব আৰু জীৱনৰ বাকীছোৱা কাল গঙ্গাৰ পাৰত শান্তিৰে কটাব। ৰজাৰ এই সিদ্ধান্ত গমি পিতি চাবলৈ গ্ৰিমউডে তেওঁক বহুবাৰ ক'লে যদিও, ৰজাই তেওঁৰ সিদ্ধান্ত পৰিবৰ্ত্তন নকৰিলে। ৰজাই তেওঁৰ এই অভিপ্ৰায় টিকেন্দ্ৰজিতক লিখি জনোৱাত গ্ৰিমউডে সেই চিঠি বিদ্ৰোহী ভায়েকসকলৰ ওচৰলৈ পঠিয়াই দিলে (১)। সেনাপতি টিকেন্দ্ৰজিতেও সেই চিঠিৰ উত্তৰ দিছিল (২)।

---

(১) "মমানুজ সেনাপতি সমীপে আমার অনেক বক্তব্য আছে। আমি তোমার বিরুদ্ধে যুদ্ধ করিব এ ভরসা নাই। আমি তোমাকে পূর্ব্বেও বলিয়াছি যে, আমি একবার শ্রীধাম বৃন্দাবনে যাইতে বাসনা করি, কিন্তু পদব্রজে পর্ব্বত লংঘন করিয়া যাওয়া দুঃসাধ্য, এতএব অনুজ ভ্রাতঃ! তুমি দয়া করিয়া অগ্রজের বৃন্দাবন গমনে ব্যবস্থা করিয়া দিবে, এবং আমাদিগের মৃত পিতা মহারাজের অনুরোধে সাগোলহাজোবা পাকা সেনা, যদিও

শূৰচন্দ্ৰ আৰু তেওঁৰ সমৰ্থনকাৰীসকলে পিচত ৰজাৰ এই অনুৰোধ অস্বীকাৰ কৰিছিল সঁচা; যি অৱস্থাৰ কাৰণেই নহওক, ৰজাই যে নিজহাতে মণিপুৰী ভাষাত সেনাপতি টিকেন্দ্ৰজিতলৈ তেনে চিঠি এখন লিখিছিল তাত সন্দেহ নাই। গ্ৰিমউড এই বিষয়ত নিৰপেক্ষ আছিল বুলি কব নোৱাৰি। সম্ভৱতঃ ৰজা তেওঁৰ দ্বাৰা প্ৰৰোচিত হৈছিল। ৰজাৰ বিপৰীতে তেওঁ চিৰ দিনে অন্তৰত পোষণ কৰি থকা বিৰাগ আৰু টিকেন্দ্ৰজিতৰ প্ৰতি অনুৰাগে তেওঁক যে ৰজাৰ বিৰুদ্ধে ঢাল খুৱাইছিল সেইটো সঁচা। বিশেষকৈ শূৰচন্দ্ৰৰ অক্ষমতাই তেওঁৰ সিদ্ধান্ত সমৰ্থন কৰিবলৈ গ্ৰিমউডক পৰোক্ষে উদগনি দিছিল। যিহওঁক, সকলোৱে ৰজাৰ ৰাজ্য ত্যাগৰ প্ৰস্তাৱ অনুমোদন কৰি, তেওঁক বিদায় দিবলৈ সাজু হ'ল।

যিমান সোনকালে পাৰে ৰজা কুলচন্দ্ৰই মণিপুৰৰ পৰা ওলাই যাবলৈ ব্যগ্ৰ হ'ল। তেওঁৰ প্ৰতি মুহূৰ্ত্ততে শঙ্কা হৈছিল—কিজানি তেওঁৰ বিদ্ৰোহী ভায়েকসকলে তেওঁক ৰেচিডেন্সিতে আক্ৰমণ কৰি বধ নাইবা বন্দী কৰে। ইতিমধ্যে গ্ৰিম্‌উডে ৰজাৰ অনুচৰ বৰ্গৰ হাতৰ পৰা অস্ত্ৰ-শস্ত্ৰ কাঢ়ি ললে। এই বিষয়ে মিচেচ গ্ৰিম্‌উডে লিখিছে যে,—ৰজাৰ অসংখ্য মণিপুৰী সৈনিকৰ হাতত মাৰাত্মক অস্ত্ৰ থাকিলে, আক্ৰমণৰ পিচত ৰাজকাৰেঙলৈ যি শান্ত অৱস্থা ঘুৰি আহিছিল হয়তো তাৰ সলনি পুনৰ অশান্ত অৱস্থাৰ সৃষ্টি হ'লহেঁতেন। এই কথাত কিমান সত্যতা আছে অৱশ্যে তাক কব নোৱাৰি।

---

সে তোমার বিরুদ্ধে বহু অন্যায় কার্য করিয়াছে, তুমি অবশ্যই তাহাকে ক্ষমা করিবে, এবং তুমি তদ্রুপ করিয়াছ আমি ইহা শুনিতে চাই। ইতি
১৮১২ শক, ভাদ্র শুক্ল ৯ই মঙ্গলবার — শ্রীসুরচন্দ্র সিংহ।
(মণিপুর প্রহেলিকা—জানকী বাসক (৫৪ পৃঃ)

(২) মহামহিম মহিমা সাগরবর শ্রীল শ্রীযুক্ত শ্রীপঞ্চযুক্ত মণিপুরেশ্বর মহারাজ প্রবল প্রচণ্ড প্রতাপেষু—

শ্রীল শ্রীযুক্ত জেষ্ঠ ভ্রাতঃ মহারাজের চরণে কোটী দণ্ডবৎ পূর্ব্বক মিনতি করিয়া প্রার্থনা এই, শ্রীযুক্ত জেষ্ঠ ভ্রাত মহারাজের প্রেরিত নবনীরকৃপা পত্র প্রাপ্তে রাজআজ্ঞা আদেশ সমস্ত জ্ঞাত হইলাম। শ্রীযুত জেষ্ঠ ভ্রাতার রাজআজ্ঞা অনুসারে প্রধান বৃজ নিব্বিঘ্নে পৌছাইবার চেষ্টিত হইব। অধীনেরা শ্রীযুত মহারাজের চরণে যাহা অপরাধ করি তাহা মার্জনা করিবেন। এই বারকার ঘটনাটা বিপরীত অসম্ভব বলিতে হয়।
সন ১৮৯০, সাল তারিখ চেপ্তেম্বর। — শ্রীটিকেন্দ্রজিৎ বীরসিংহ।

যাৰ মনত যিয়েই থাকক বা নেথাকক, অৱশেষত তিনিয়ো পক্ষই একমত হৈ ঘটনাৰ তৃতীয় দিনৰ সন্ধ্যাপৰত মহাৰাজ সুৰচন্দ্ৰক ৰাজ্যৰ পৰা বিদায় দিবলৈ যথোচিত আয়োজন কৰিলে। মণিপুৰৰ পাত্ৰমন্ত্ৰী, ডা-ডাঙৰীয়া সকলোৱে বেচিডেন্সিলৈ আহি অভিনব শোকাকুল দৃশ্যৰ মাজত ৰজাক বিদায় সম্ভাষণ জনালে। তেওঁৰ যাত্ৰা নিৰাপদ হোৱাৰ বাবে ইংৰাজৰ গুৰ্খা সৈন্য এদল নিয়োজিত হ'ল। তেওঁৰ এই বৃন্দাবন যাত্ৰাত যাতে অৰ্থসঙ্কট নহয় তাৰ বাবে মণিপুৰ ৰাজভাণ্ডাৰৰ পৰা ৰজাই ৭০ হেজাৰ টকাৰ সহায় পালে। গ্ৰিমউড চাহাবে নিজে সমদলে কাছাৰৰ ৰাজআলিলৈ আগবাঢ়ি গৈ মহাৰাজ সুৰচন্দ্ৰ আৰু তেওঁৰ তিনিও ভায়েকক সসম্মানে বিদায় দিলে। এইদৰে এটা গুৰুতৰ পৰিস্থিতিৰ মাজেৰে মহাৰাজ সুৰচন্দ্ৰৰ ৰাজত্বৰ সামৰণি পৰিল।

এই দুৰ্ঘটনাৰ পিচদিনা সোমবাৰ। সিদিনা পুৱা পলিটিকেল এজেণ্ট গ্ৰিমউড, ৰজা কুলচন্দ্ৰ, সেনাপতি টিকেন্দ্ৰজিৎ, প্ৰত্যেকজনে নিজ কৰ্ত্তব্য অনুসৰি মণিপুৰৰ পৰিস্থিতিৰ সম্পৰ্কে অসমৰ চিফ্‌কমিছনাৰৰ ওচৰলৈ টেলিগ্ৰাফ যোগে বাতৰি পঠিয়াইছিল। পিচদিনা উত্তৰত গৱৰ্ণমেণ্টৰ নিৰ্দ্দেশ আহিল। এই নিৰ্দ্দেশ অনুসাৰে কুলচন্দ্ৰ ৰজা, টিকেন্দ্ৰজিৎ যুবৰাজ, অঙ্গৌসিংহ সেনাপতি আৰু জিল্লাসিংহ চাগোলহাঞ্জোবাৰ পদত নিযুক্ত হল। পলিটিকেল এজেণ্ট আৰু অসমৰ চিফ্‌কমিছনাৰৰ ৰিপোৰ্টৰ ওপৰত নিৰ্ভৰ কৰি বৃটিছ গৱৰ্ণমেণ্টে এই পৰিৱৰ্ত্তন মানি লৈছিল। কিন্তু পিচত গ্ৰিমউড সুৰচন্দ্ৰৰ বহিস্কাৰৰ অন্যতম কাৰণ বুলি জানিব পাৰি, গৱৰ্ণমেণ্টে তেওঁৰ কাৰ্য্যৰ তীব্ৰ সমালোচনা কৰিলে।

ৰাজধানীত দুৰ্ঘটনা আৰম্ভ হোৱাৰ লগে লগে, সম্ভৱতঃ দায়দোষৰ হাত সাৰিবলৈ যুবৰাজ কুলচন্দ্ৰই ইম্ফল এৰি গৈ ১৭ মাইল দূৰত বিষ্ণুপুৰত আছিল। ৰজা সুৰচন্দ্ৰ মণিপুৰৰ পৰা বিদায় লোৱাৰ পিচত তেওঁ ৰাজধানীলৈ উভতি আহি নতুন বন্দবস্ত অনুসৰি ৰাজসিংহাসনত বহিল আৰু নতুন ৰাজদৰবাৰে পূৰ্ণ উদ্যমেৰে শাসনকাৰ্য্য হাতত ললে। কিন্তু এই উদ্যম বেচি দিনলৈ স্থায়ী হব নেপালে। সুৰচন্দ্ৰৰ সিংহাসন ত্যাগৰ প্ৰশ্নই নতুন জটিলতাৰ সৃষ্টি কৰিলে।

আচলতে বৃন্দাবন যাত্ৰাৰ কাৰণে সুৰচন্দ্ৰই মণিপুৰৰ পৰা অহা নাছিল ; তেওঁৰ মণিপুৰ পৰিত্যাগৰ ঘাই উদ্দেশ্য আছিল, কাছাৰত চিফ্‌কমিছনাৰক লগ ধৰি তেওঁৰ অৱস্থাৰ পৰিৱৰ্ত্তন ঘটোৱা। বিপক্ষৰ উৎকণ্ঠাৰ সুযোগ লৈ নিৰাপদে মণিপুৰ এৰি বৃটিছ অধিকাৰত সোমাবলৈ সেইটো আছিল তেওঁৰ নিখুঁত চক্ৰান্ত। চিফ্‌কমিছনাৰৰ কাছাৰলৈ তেতিয়া অহা নহল, গতিকে তেওঁ অভিপ্ৰায় সিদ্ধিৰ সুযোগ লব নোৱাৰিলে। তেওঁ কাছাৰলৈ আহিয়ে তেওঁক গ্ৰিমউডে ইংৰাজী ভাষাত দিয়া 'পাছ' খনত তেওঁ নিজ ইচ্ছাৰে সিংহাসন পৰিত্যাগ কৰা বুলি লিখা কথাৰ প্ৰতিবাদ কৰি তেওঁ ভাৰত গৱৰ্ণমেণ্টক তাঁৰ কৰি জনালে যে গ্ৰিমউডৰ কথা তেনেই অসত্য, তেওঁ স্বইচ্ছাই কেতিয়াও সিংহাসন পৰিত্যাগ কৰা নাই। অৱশেষত তেওঁৰ প্ৰতি এই অবিচাৰৰ বিৰুদ্ধে নিজমুখে গৱৰ্ণৰ জেনেৰেলৰ সমুখত প্ৰতিবাদ কৰিবলৈ কাছাৰৰ পুলিচৰ সহায়ত তেওঁ কলিকতা পালেগৈ।

ভাৰত গৱৰ্ণমেণ্ট সুৰচন্দ্ৰৰ বিৰোধী নাছিল। ইংৰাজে কৰা দাবী কিছুমান তেওঁ সন্দেহস্ত পূৰণ নকৰিলেও, সময়ত তেওঁ ইংৰাজক মণিপুৰত সুযোগ-সুবিধা দিব বুলি গৱৰ্ণমেণ্টৰ বিশ্বাস আছিল। কিন্তু হলেও, দুৰ্ঘোৰ ভাতৃবিৰোধৰ মাজত সুৰচন্দ্ৰক পুনৰ সিংহাসনত বহুৱালে মণিপুৰত যি চম্ভালিব নোৱাৰা বিশৃঙ্খলাৰ সৃষ্টি হব, ইংৰাজে তাক নজনাকৈ নাছিল। গ্ৰিমৃউডে বৃটিছ গৱৰ্ণমেণ্টক দঢ়াই দঢ়াই জনাইছিল যে, মণিপুৰৰ ৰাষ্ট্ৰীয় অৱস্থা আৰু বিশেষকৈ উভয় দলৰ ৰাজকুমাৰসকলৰ মনোবৃত্তিলৈ চাই সুৰচন্দ্ৰক দুনাই মণিপুৰৰ ৰাজপাটত বহুৱালে জটিল সমস্যা দেখা দিব। এই ঘটনাৰ পিচত, ১৮৯১ চনৰ জানুৱাৰী মাহত অসমৰ চিফ্‌কমিছনাৰ মিঃ কুইণ্টন (Quinton) কোহিমালৈ আহি কেবা-দিনো তাত বাহৰ পাতি আছিল। গ্ৰিমৃউড আৰু মিচেচ্ গ্ৰিমৃউডে সেই কেইদিন চিফ্‌কমিছনাৰৰ বাহৰতে আলাপ অভ্যৰ্থনাত ব্যস্ত আছিল। সেই সুযোগতে গ্ৰিমৃউডে সুৰচন্দ্ৰৰ ৰাজত্বৰ সমালোচনা কৰি ৰাজকাৰ্য্য পৰিচালনাত তেওঁৰ কৃতকাৰ্য্যতা সম্পৰ্কে চিফ্-কমিছনাৰৰ মনত সন্দেহ জন্মাইছিল। অৱশেষত চিফ্‌কমিছনাৰে দৃঢ়ভাৱে গ্ৰিমৃউডৰ মত সমৰ্থন কৰি ভাৰত গৱৰ্ণমেণ্টক জনোৱাত

ভাৰত গৱৰ্ণমেণ্টে সুৰচন্দ্ৰৰ সিংহাসন উদ্ধাৰৰ প্ৰচেষ্টাত সহায় হয়লৈ অপাৰগ বুলি মত প্ৰকাশ কৰিলে।*

পৰাক্ৰমী টিকেন্দ্ৰজিৎ মণিপুৰত থাকে মানে তাত ইংৰাজৰ প্ৰতিপত্তি বিস্তাৰ কৰা সুকঠিন আৰু মণিপুৰত যি কোনো স্থায়ী ৰাজশক্তিৰ প্ৰতিষ্ঠাও সন্দেহজনক বুলি ভাৰত গৱৰ্ণমেণ্টে ভালদৰে জানিছিল। ইংৰাজৰ এই ধাৰণা তেতিয়াৰ ভাৰতৰ আণ্ডাৰ ছেক্ৰেটেৰী চাৰ জন গৰ্ষ্টএ (Under Secretary of India, Sir John Gorst) অতি স্পষ্ট ভাৱে বৃটিছ পাৰ্লিয়ামেণ্টত প্ৰকাশ কৰিছিল (১)। গতিকে মণিপুৰৰ সমস্যা সমাধান কৰিবলৈ গৱৰ্ণৰ জেনেৰেল লৰ্ড লেন্স্ডাউনে (Lord Lansdowne) কূট-নীতিৰ আশ্ৰয় ললে। তেওঁ চিফকমিছনাৰক জনালে যে, মণিপুৰৰ নতুন ৰজা কুলচন্দ্ৰই যদি মণিপুৰৰ ইংৰাজ ৰেচিডেন্সিত ৩০০ ইংৰাজ সৈনিক ৰাখিবলৈ অনুমতি দিয়ে আৰু যদি তেওঁ যুবৰাজ টিকেন্দ্ৰজিতক মণিপুৰৰ পৰা নিৰ্বাসন কৰিবলৈ ৰাজী হয়, তেন্তে ভাৰত গৱৰ্ণমেণ্টে সুৰচন্দ্ৰৰ আবেদন নামঞ্জুৰ কৰি নতুন মণিপুৰ চৰকাৰক মানি লোৱা প্ৰস্তাৱটো গভীৰভাৱে বিবেচনা কৰিব পাৰে। এই চৰ্ত্তবোৰ মানি লোৱাত কুলচন্দ্ৰৰ সম্মতি নাপালেও তাক নেমানিবৰ যুক্তি নাই বুলি ইংৰাজে ৰাজনৈতিক স্বাৰ্থৰ কাৰণে সুৰচন্দ্ৰৰ সিংহাসনৰ দাবী নামঞ্জুৰ কৰিলে, আৰু অতি শীঘ্ৰে এই চৰ্ত্ত কাৰ্য্যত পৰিণত কৰিবলৈ লৰ্ড লেন্সডাউনে অসম গৱৰ্ণমেণ্টক নিৰ্দ্দেশ দিলে। কাৰ্য্যত পৰিণত নোহোৱালৈকে লৰ্ড লেন্সডাউনৰ নিৰ্দ্দেশ ভাৰত গৱৰ্ণমেণ্ট আৰু অসম গৱৰ্ণমেণ্টৰ ভিতৰত অতি গোপনীয় বুলি অপ্ৰকাশিত ভাৱে থাকিল। এই পৰিকল্পনা কাৰ্য্যত পৰিণত কৰিবলৈ গৈ ভাৰত গভৰ্ণমেণ্টে মণিপুৰত এক অভাবনীয় পৰিস্থিতিৰ সূচনা কৰিলে।

---

* Letter dated Calcutta, the 21st March, 1891 from W. J. Cunningham Esqr Officiating Secretary, to the Govt of India Foreign Dept, to Maharaja Surachandra Singh of Manipur.

(১) We must consider who the Senapati is. He is a man of great ability and force of character, and popular among the people for his generosity, which is one of the highest virtues among orientals.

I confess that, I think, the Government of India are very likely right, when they consider that it is better that, great abilities and independence such as distinguished the senapati, should be considered a disqualification for state service—that it is perhaps on the whole better and more for the safety of the world, that you should depend upon mediocrity."—From the article by Sri J. N Sinha, General Secretary, Manipuri Association, Shillong in Independence number, 1964.—Frontier Times.

# তৃতীয় পৰিচ্ছেদ

## মণিপুৰ-যুদ্ধ

ইংৰাজৰ অভিপ্ৰায়ৰ অন্যায্যতা
চিফ্ কমিছনাৰৰ মণিপুৰ যাত্ৰা
নিস্ফল দৰবাৰ ।
ৰাজ হাউলি আক্ৰমণ ।
প্ৰতিৰোধ ।
ইংৰাজৰ পৰাজয় ।
চিফ্‌কমিছনাৰ আদিৰ হত্যা ।
ইংৰাজ বাহিনীৰ পলায়ন ।

# ৩

# মণিপুৰ-যুদ্ধ

ৰাজনীতিত বিচক্ষণ ইংৰাজে তেওঁলোকৰ পৰিকল্পিত চৰ্ত্তবোৰ ৰজা কুলচন্দ্ৰই বিনাবাক্যে মানি লব বুলি কিয় ভাবিছিল, এই কথা বুজিব নোৱাৰি। কুলচন্দ্ৰই ৰাজপাট লোৱা পদ্ধতি নীতি বা ৰীতি বিৰুদ্ধ হৈছিল যদিও, ইংৰাজ পক্ষৰ পৰা তেনে অভিযোগ একো নাছিল; বৰং অস্থায়ী ভাবে হলেও, ভাৰত গৱৰ্ণমেণ্টে এই পদ্ধতি সমৰ্থন কৰিছিল। সেই পৰিবৰ্ত্তন যি কোনো কাৰণত অসঙ্গত বা অভিধেয় হৈছিল যদি, তাক অগ্ৰাহ্য কৰি ইংৰাজে সুৰচন্দ্ৰৰ সপক্ষে যুদ্ধ ঘোষণা কৰিব লাগিছিল। দ্বিতীয়তে, টিকেন্দ্ৰজিতৰ কি অপৰাধৰ বাবে ভাৰত গৱৰ্ণমেণ্টে তেওঁৰ নিৰ্ব্বাসন দাবী কৰিব পাৰে, তাৰ কাৰণ কেতিয়াও কতো স্পষ্ট ভাবে দৰ্শোৱা নাই। দাবী কৰিবৰ কিবা কাৰণ থাকিলেও, সেই দাবী উত্থাপন কৰিব লাগিছিল মণিপুৰৰ মহাৰাজৰ ওচৰত। স্বাধীন ৰাজ্যৰ যুৱৰাজ এজনক বলেৰে আটক কৰি নিৰ্ব্বাসন কৰা ইংৰাজৰ পক্ষে যে সম্পূৰ্ণ অবিচাৰ আৰু অবিবেচনাৰ কাৰ্য্য হৈছিল তাত অলপো সন্দেহ নাই। বৃটিছ গৱৰ্ণমেণ্ট আৰু মণিপুৰৰ মাজত শাসন সম্পৰ্কীয় চৰ্ত্তাৱলী নিবন্ধন বা নিৰাকৰণ কৰিবলৈ চিফ্ কমিছনাৰ কুইণ্টনে মণিপুৰলৈ যোৱা নাছিল। তেওঁ গৈছিল বৃটিছ গৱৰ্ণমেণ্টৰ আজ্ঞাসমূহ ঘোষণা কৰি তন্মুহূৰ্ত্তে তাক কাৰ্য্যত পৰিণত কৰিবলৈ। ইংৰাজে ভাবিছিল দুৰ্ব্বল মণিপুৰী জাতিয়ে ভাতৃবিৰোধত জুকলা হৈ তেওঁলোকৰ আজ্ঞা মূৰ দোৱাই মানি লব। কিন্তু কাৰ্য্যক্ষেত্ৰত সেইটো হৈ নুঠিল। সময়ত পৰাজয় সুনিশ্চিত জানিও, মণিপুৰী জাতিয়ে বশ্যতা স্বীকাৰ নকৰি দেশ আৰু ৰজাৰ সন্মানৰ অৰ্থে, অৱশেষত শত্ৰুৰ ৰক্তেৰে দেৱতাক অঞ্জলি দিছিল।

গ্ৰিম্‌উড্ আৰু তেওঁৰ পত্নীয়ে কোহিমাৰ পৰা উভতি আহি পৰ্ব্বতীয়া মনোৰম দৃশ্য চাবলৈ ব্ৰহ্মৰ সীমান্তলৈ গৈছিল। সেই ঠাইৰ পলিটিকেল এজেণ্ট্ কেপ্টেইন গ্ৰেণ্টৰ ( Capt. Grant ) সৈতে পাৰ্ব্বত্য অঞ্চল ঘুৰিপ'কি ৰাজধানীলৈ উভতি আহিছে, এনেতে বাটত খবৰ পালে, টেলিগ্ৰাফ বিভাগৰ চুপাৰিনটেন্‌ডেণ্ট্ মেল্‌ভিলি (Melville) আৰু সামৰিক বিষয়া লেফ্‌টেনেণ্ট চিম্পচন ( Lieutenant Simpson ) অলপ দিনৰ ভিতৰতে মণিপুৰলৈ আহি তেওঁলোকৰ ৰেচিডেন্সিত অতিথি হব। উপযুক্ত সঙ্গীৰ অভাৱত অকলশৰীয়া গ্ৰিমউডে আৰু বিশেষকৈ মিচেচ্ গ্ৰিমউডে নতুন অতিথিৰ আগমন বাতৰিত আনন্দ পালে। বাতৰি অনুসৰি দুয়োজন অতিথি অলপ আগা-পিছাকৈ ৰেচিডেন্সিত উপস্থিত হল। দুই এদিন থাকিয়ে মেল্‌ভিলি চাহাব পৰিদৰ্শন কাৰ্য্যৰ বাবে ব্ৰহ্মৰ সীমান্তলৈ গ'ল। চিম্প্‌চন আহিছিল ফেব্ৰুৱাৰী মাহৰ ২১ তাৰিখে ( ১৮৯১ চন )। তেওঁ বৰ চিকাৰপ্ৰিয় আছিল, গতিকে যুবৰাজ টিকেন্দ্ৰজিতৰ সৈতে পৰিচয় হোৱাত তেওঁৰ বেচি পলম নেলাগিল।

লেফ্‌টেনেণ্ট্ চিম্প্‌চন আহিবৰ দিনাখনেই আগতে কোনো শুংসূত্ৰ নোহোৱাকৈ হঠাৎ গ্ৰিমউদে চিফ্‌কমিছনাৰৰ টেলিগ্ৰাম পালে "অলপতে মই মণিপুৰলৈ যাম; আলিবাট, জিৰণিঘৰ আদি মেৰামত হব লাগে। সঠিক সময়, লগতে আৰু কিবা নিৰ্দ্দেশ থাকিলে জনোৱা হব"। অকস্মাতে এই টেলিগ্ৰাম্ পাই গ্ৰিম্‌উড বৰ আচৰিত হল। এইদৰে হঠাৎ চিফ্‌কমিছনাৰৰ মণিপুৰ আগমনৰ উদ্দেশ্য কি কোনোৱে নিৰাকৰণ কৰিব নোৱাৰিলে। বিশেষকৈ গ্ৰিম্‌উড চিন্তান্বিত হ'ল এই কাৰণে যে, ইয়াৰ আগতে তেওঁ এই সম্পৰ্কে কোনো সঙ্কেত পোৱা নাই। আলোচনাৰ ক্ষেত্ৰত সকলোৱে ভাবিলে—ভূতপূৰ্ব্ব ৰজা সুৰচন্দ্ৰই তেওঁৰ ৰাজ্য প্ৰাপ্তিৰ কাৰণে গৱৰ্ণৰ জেনেৰেলক বাৰম্বাৰ যি আবেদন জনাইছে সেই বিষয়ে মীমাংসা কৰাই চিফ্‌কমিছনাৰৰ মণিপুৰ যাত্ৰাৰ কাৰণ।

চিফ্‌কমিছনাৰৰ ৰহস্যপূৰ্ণ আগমনৰ সঠিক উদ্দেশ্য বুজিব নোৱাৰি নানা জনে নানা কাল্পনিক কথাৰ সৃষ্টি কৰিলে। চিফ কমিছনাৰে ৰজা সুৰচন্দ্ৰক লগত লৈ আহি পুনৰ তেওঁক

গাদীত বহুৱাব বুলি জনতাৰ মনত উত্তেজনাৰ ঢৌ উঠিল। সকলোৰে মনত শঙ্কা হল যে সেইটো হলে গৃহযুদ্ধ অনিবাৰ্য্য। ৰাজপৰিয়ালৰ মাজত স্বাভাৱিকতে উৎকণ্ঠাৰ কাৰণ আৰু বেচি হ'ল। এওঁলোকে ভাবিছিল গ্ৰিম্‌উডে এই বিষয়ে কিবা আভাস দিব পাৰিব কিন্তু, যথাৰ্থতে গ্ৰিম্‌উডে আনৰ নিচিনাকৈ এই বিষয়ৰ কোনো সম্ভেদ পোৱা নাছিল; গ'তকে টিকেন্দ্ৰজিৎ আৰু থাঙ্গাল জেনেৰেলে বহু চেষ্টা কৰিও তেওঁৰ পৰা চিফ্‌-কমিছনাৰৰ অভিপ্ৰায় একো বুজিব নোৱাৰিলে। পিচত গ্ৰিম্‌উডে মাত্ৰ এইখিনি জানিছিল যে চিফ্‌কমিছনাৰৰ সৈতে সুৰচন্দ্ৰ অহাৰ সম্ভাৱনা অলপো নাই আৰু সুৰচন্দ্ৰক ৰাজপাট দিবলৈ অহাও চিফ্‌কমিছনাৰৰ উদ্দেশ্য নহয়। গ্ৰিম্‌উডৰ এই কথাত দেশখন অন্ততঃ গৃহযুদ্ধৰ পৰা ৰক্ষা পাব বুলি সকলোৰে মনত আশ্বাস আহিল।

চিফ্‌কমিছনাৰ অহাৰ কেইদিনমান আগতে গ্ৰিম্‌উডে আন এখন টেলিগ্ৰাম পাইছিল যে তেওঁক টামুলৈকে আগুৱাই নিবলৈ পলিটিকেল এজেণ্টে আৱশ্যকীয় কুলী-মজুৰি আদি সাজু ৰাখিব লাগে। এই বাতৰিৰ পৰা, ব্ৰহ্মৰ সীমান্ত পৰিদৰ্শন কৰা চিফ্‌কমিছনাৰৰ যাই উদ্দেশ্য বুলি মানুহৰ মনত এটা নতুন কল্পনাৰ উদ্ভৱ হ'ল। কিন্তু এই বাতৰিয়ে টিকেন্দ্ৰজিতৰ মনৰ সন্দেহ ভঞ্জন কৰিব নোৱাৰিলে; তেওঁৰ মনত ঘোৰ বিশ্বাস হৈছিল যে, মণিপুৰৰ ৰাষ্ট্ৰীয় অৱস্থাৰ সৈতে চিফ্‌কমিছনাৰৰ এই আগমনৰ সম্পৰ্ক আছে; তদুপৰি তেওঁৰ ধাৰণা হৈছিল, হয়তো যিকোনো কাৰণত বৃটিছ গবৰ্ণমেণ্টে বল প্ৰয়োগৰ ভয় দেখুৱাব পাৰে। সেইকাৰণে সাময়িক ঘটনা অনুসৰি সঙ্কটৰ হাত সাৰিবলৈ পাৰ্য্যমানে তেওঁ ৰণসম্ভাৰ গোটাবৰ দিহা কৰিলে। তেওঁ গাওঁ-ভূঁয়ে চৰ পঠিয়াই ৰাজ আজ্ঞা ঘোষণা কৰিলে যে, যিকোনো ব্যক্তিৰ হাতত যুদ্ধৰ অস্ত্ৰ-সস্ত্ৰ যি আছে ততালিকে তাক ৰজাৰ অস্ত্ৰাগাৰত জমা দিব লাগে। আগন্তুক আক্ৰমণৰ প্ৰতিৰোধৰ বাবে এইদৰে মণিপুৰ ৰাজপক্ষই যুঁজৰ বাবে সাজু হ'ল।

সেই সময়ত মণিপুৰত এজন প্ৰাচীন ব্যক্তি আছিল থাঙ্গাল মেজৰ। পিচত এওঁ থাঙ্গাল জেনেৰেল বুলি জনাজাত

হয়। থাঙ্গালৰ প্ৰকৃত নাম আৰু পৰিচয় পোৱা নেযায়। ইংৰাজ লিখক কিছুমানে এওঁক নগা বুলি লিখিছে কিন্তু সেইটো অনুমানৰ কথাহে; প্ৰকৃতপক্ষে থাঙ্গাল নগা নাছিল। এটা প্ৰবাদ আছে, ৰজা জয়সিংহৰ দিনত অসমৰ বিদ্ৰোহী মোৱা-মৰীয়া কিছুমানে মণিপুৰত গৈ আশ্ৰয় লয় আৰু তাতে বিয়া-বাৰু কৰাই মণিপুৰী হৈ যায়; থাঙ্গাল হেনো তেনেকুৱা বিদ্ৰোহীৰ সন্তান, পিতাকৰ লগত মণিপুৰত আশ্ৰয় লৈছিল। মণিপুৰী লিখক সকলৰ মতে থাঙ্গাল নিখুঁত মণিপুৰী, তেওঁৰ অইন জাতি বা ঠাইৰ সৈতে কোনো সম্বন্ধ নাই (১)। তেওঁৰ চকুৰ ওপৰত পকা ভূৰু, মূৰত পকা চুলি, চৰাইৰ ঠোটৰ নিচিনা দীঘল নাক আৰু বলিষ্ঠ বাহু দুখনৰ সৈতে শাৰীৰিক সৌষ্ঠৱে তেওঁক এজন তেজস্বী ৰাজপুৰুষ যেন দেখুৱাইছিল (২)। তৰোৱাল আৰু গুলী চলোৱাত যোদ্ধা থাঙ্গালৰ অনুপম শক্তি আছিল।

থাঙ্গাল ভয়ঙ্কৰ প্ৰকৃতিৰ লোক আছিল। এবাৰ থাঙ্গাল গাওঁৰ নগাসকল বিদ্ৰোহী হোৱাত থাঙ্গালে নগাসকলক মৰিমূৰ কৰি শান্ত কৰে; তেতিয়াৰ পৰা তেওঁ থাঙ্গাল মেজৰ নামে জনাজাত হয়। লৰা কালৰে পৰা তেওঁ সৈনিক আছিল। থাঙ্গালৰ আজ্ঞা অৱজ্ঞা কৰিব পৰা লোক মণিপুৰত নাছিল বুলিলেই হয়। আনকি, যুৱৰাজ টিকেন্দ্ৰজিতেও থাঙ্গালৰ বিপৰীতে কোনো কাম কৰিবলৈ সাহস নকৰিছিল। তেওঁ ৰজা গম্ভীৰ সিংহৰ সমবয়সীয়া আছিল আৰু তেওঁৰ অঙ্গৰক্ষক

(১) "Thangal General was neither a Brahmin nor a Naga. He was a Manipuri"—Rajkumar S. Singh in a letter to the author dated 22nd July, 1964.

(২) "He was an old man, nearer eighty than seventy I should think, taller than the average Manipuri, and marvellously active for his age. He had a fine old face, much lined and wrinkled with age and the cares of state which had fallen upon him when he was quite a young man, and had in nowise lessened as his years increased. He had piercing black eyes, shaggy overhanging white eyebrows, and white hair. His nose was long and slightly hooked, and his mouth was finely cut and very determined.

The tongal always reminded me of an eagle."

—Mrs. Grimwood. "Three years in Manipur" (P. 85/86).

লগবীয়া আছিল। সেইকাৰণে তেওঁ চন্দ্ৰকীৰ্ত্তিৰ খুড়া আৰু টিকেন্দ্ৰজিৎ আদিৰ ককা স্থানীয় আছিল। থাঙ্গালে পাৰ্য্যমানে নিজমতৰ পৰিবৰ্ত্তন নকৰিছিল; এসময়ত ৰজা চন্দ্ৰকীৰ্ত্তিৰ সৈতে তেওঁৰ মতান্তৰ হোৱাত তেওঁ ৰাজদৰবাৰ পৰিত্যাগ কৰে। কিন্তু তেওঁৰ দক্ষতাৰ বাবে তেতিয়াৰ পলিটিকেল এজেণ্ট্ মেজৰ মেক্‌কুলকে ( Major Mc Culloch ) এওঁক পুনৰায় আদৰি দৰবাৰলৈ নিয়ে। এওঁৰ ব্যক্তিত্ব আৰু প্ৰতিপত্তিৰ উপৰিও মহৎ-গুণ আছিল দেশভক্তি। মণিপুৰৰ স্বাৰ্থৰ যাতে ক'তো ব্যাঘাত নহয়, তাৰ বাবে তেওঁ সদায় শেন দৃষ্টি ৰাখিছিল। তেওঁৰ এই অদম্য দেশভক্তিৰ বাবে ৮৫ বছৰ বয়সত তেওঁ ফাঁচী কাঠত প্ৰাণ দিবলগীয়া হয় (১)। ৰাজদৰবাৰৰ তেওঁ সৰ্ব্বশ্ৰেষ্ঠ সভ্য আছিল। তেওঁৰ বিনাসম্মতিত ৰাজসম্পৰ্কীয় যিকোনো কাম হব নোৱাৰিছিল; কাৰ্য্যতঃ তেওঁ ৰাজ্যৰ প্ৰধান মন্ত্ৰী যেন আছিল; এনে অৱস্থাত, চিফ্ কমিছনাৰৰ ৰহস্যপূৰ্ণ আগন্তুক মণিপুৰ যাত্ৰাত থাঙ্গাল বৰ চিন্তান্বিত হল।

এইদৰে সমস্ত মণিপুৰে এটা অনিশ্চিত মুহূৰ্ত্তলৈ অপেক্ষা কৰি থাকোতে, কৰ্নেল স্কিনৰ (Col Skene) অধীনত ৪০০ গুৰ্খা সৈনিকৰ সৈতে ৭ মাৰ্চ্চ (১৮৯১ চন) তাৰিখে অসমৰ চিফ্-কমিছনাৰ কুইণ্টনে গোলাঘাটৰ পৰা মণিপুৰ অভিমুখে যাত্ৰা কৰিলে। তেওঁ গোলাঘাট এৰাৰ আগেয়ে ইংৰাজৰ আন সৈন্য-বাহিনী এটা কাছাৰৰ পৰা মণিপুৰ মুখে আগ বাঢ়িবলৈ নিৰ্দ্দেশ দিছিল। চিফ্ কমিছনাৰ অহাৰ প্ৰায় এসপ্তাহ আগতে মণিপুৰৰ ৰাজনৈতিক আৰু স্থানীয় অৱস্থাৰ ভু লববলৈ অসমৰ এচিষ্টেণ্ট্ কমিছনাৰ মিঃ গৰ্ডনক মণিপুৰলৈ পঠোৱা হৈছিল। গ্ৰিমউডৰ সৈতে গৰ্ডনে নানা বিষয়ৰ নানা কথা আলোচনা কৰিলেও, অদূৰ ভবিষ্যতত ইংৰাজ গবৰ্ণমেণ্টে মণিপুৰ সম্পৰ্কে যি ব্যৱস্থা হাতত লবৰ সিদ্ধান্ত কৰিছিল,—সেই বিষয়ে গৰ্ডনে হেনো কোনো ইঙ্গিত নিদিছিল।

(১) থাঙ্গালৰ বয়স সম্পৰ্কে মতানৈক্য আছে। ৰাজকুমাৰ এচ, সিংএ আমালৈ লিখা চিঠি এখনত থাঙ্গালৰ বয়স ৮৫ বছৰ বুলি জনাইছে।

২১ মাৰ্চ্চ তাৰিখে চিফ্‌কমিছনাৰ সমদলে আহি ইম্ফলৰ পৰা দহ মাইল দূৰৰ চেংমাইৰ জিৰণি বাহৰত উপস্থিত হ'ল। গ্ৰিম্‌উডে ৰাতিপুৱাই ওলাই গৈ চেংমাইত চিফ্‌কমিছনাৰক সাক্ষাৎ কৰিলে। তেওঁ চিফ্‌কমিছনাৰৰ সৈতে হোৱা কথা বতৰাৰ পৰা প্ৰকাশ পালে যে, টিকেন্দ্ৰজিতক মণিপুৰৰ পৰা নিৰ্ব্বাসন কৰিবলৈ ভাৰত গবৰ্ণমেণ্টে গোপন সিদ্ধান্ত লৈছে। এই সংবাদ শুনি তেওঁ স্তম্ভিত হল ; বিশেষকৈ এই কাৰণে, যিহেতুকে গবৰ্ণমেণ্টৰ এই সিদ্ধান্ত অপৰিবৰ্ত্তনীয়, গতিকে যি কোনো উপায়ে এই সিদ্ধান্ত কাৰ্য্যত পৰিণত কৰিবই লাগিব। মহাৰাজতকৈও যি ব্যক্তি প্ৰতিপত্তিশালী, সেইজনক বন্দী কৰা কি যে দুস্কৰ কাম, গ্ৰিমউডে তাক মনে মনে অনুভব কৰিলে। সেই ৰোমাঞ্চকৰ কাৰ্য্যৰ প্ৰতিক্ৰিয়াৰ ফল তেওঁ চিফ্‌কমিছনাৰক বুজালে যদিও, ভাৰত গবৰ্ণমেণ্টৰ আদেশ অমান্য কৰিবৰ অধিকাৰ চিফ্‌কমিছনাৰৰ নাই বুলি তেওঁ গ্ৰিমউডৰ আশঙ্কা সমৰ্থন নকৰিলে। এই গূঢ় অভিসন্ধি চক্ৰান্তক্ৰমে কাৰ্য্যত পৰিণত কৰিবলৈ চিফ্‌ কমিছনাৰে গ্ৰিম্‌উডক অতি গোপনীয় পৰামৰ্শ দিলে এই যে, তেওঁ ইম্ফলত ৰেচিডেন্সি পোৱাৰ লগে লগে, মণিপুৰৰ ৰাষ্ট্ৰীয় বিষয় সম্পৰ্কে ভাৰত গবৰ্ণমেণ্টৰ ঘোষণা প্ৰচাৰ কৰিব লাগে বুলি ৰেচিডেন্সিত এখন দৰবাৰ পাতিব লাগিব আৰু ভাতৃবৃন্দৰ সৈতে ৰজা কুলচন্দ্ৰক সেই দৰবাৰলৈ আহ্বান কৰি আনি, টিকেন্দ্ৰজিতক তাত বন্দী কৰিব লাগিব। বন্ধুৰ বিপক্ষে এই চক্ৰান্তমূলক কঠোৰ ব্যৱস্থা হাতত লৈ উপায়হীন গ্ৰিমউডে অতি বিষণ্ণ মনেৰে ৰেচিডেন্সিলৈ উভতিল।

ভাৰত গবৰ্ণমেণ্টে যে অসমৰ চিফ্‌কমিছনাৰক মণিপুৰৰ বিপৰীতে ষড়যন্ত্ৰত লিপ্ত কৰিছে, এই কথা অবিশ্বাস কৰিবৰ কাৰণ নোহোৱা হ'ল। কিয়নো, ইতিমধ্যে টিকেন্দ্ৰজিতে কলিকতাত থকা বন্ধু এজনৰ পৰা পৰোক্ষ উক্তিৰে সতৰ্কমূলক এখন টেলিগ্ৰাম পালে— "অতি শীঘ্ৰে মণিপুৰত এটা সুবৃহৎ বাঘ চিকাৰ হব।" এই উক্তিৰ পৰা বিপদ তেনেই আসন্ন বুলি বুজিবলৈ বাকী নেথাকিল। কুইণ্টন্ নগৰ সোমোৱাৰ আগদিনা টিকেন্দ্ৰজিতে যিমান পাৰে খাৰ-বাৰুদ, আগ্নেয়াস্ত্ৰ আৰু মণিপুৰী চিপাহী-চন্তৰী আনি

ৰাজপুৰি সুৰক্ষিত কৰিলে। ২১ মাৰ্চ্চ শনিবাৰে মণিপুৰ ৰাজভৱন এটা দুৰ্গত পৰিণত হ'ল। উত্তেজিত মণিপুৰীসকলে দৃঢ় সংকল্প কৰিলে—শত্ৰু যিমানেই প্ৰবল হ'ক, ৰজা কিম্বা ৰাজপৰিয়াল সন্মানৰ অবমাননা কৰিলে তাৰ উপযুক্ত প্ৰতিশোধ লব।

গ্ৰিমউড্ (Grimwood) চেংমাইৰ পৰা উভতি নগৰ আহি পালে সন্ধ্যা প্ৰায় ৭ বজাত। নিৰানন্দ গ্ৰিমউডৰ শেতাঁ মুখখন দেখি ঘৈণীয়েকে বাতৰি সোধাত, তেওঁ চাৰিবেৰে মুগুনাকৈ ঘৈণীয়েকৰ কাণে কাণে এই গুপুত ৰহস্য ভেদ কৰিলে; লগতে তেওঁক সতৰ্ক কৰিলে যেন ভাৰতগবৰ্ণমেণ্টৰ এই পৰিকল্পনাৰ কথা ঘুণাক্ষৰেও তেওঁলোকৰ গৃহবাসী অতিথি চিম্প্চন (Simpson) কিম্বা মেল্ভিলিএ (Melville) বুজিব নোৱাৰে। এই বাতৰিয়ে মিচেচ্ গ্ৰিমউডৰ (Mrs Gimwood) অন্তৰত সন্ত্ৰাসৰ সৃষ্টি কৰিলে যদিও, তেওঁ নানা কথাৰে তেওঁৰ স্বামীক প্ৰবোধ দি কথাৰ গুৰুত্ব পাতলাই দিলে। অবিলম্বে গ্ৰিম্উডে মণিপুৰ ৰাজ-ভৱনলৈ সংবাদ পঠিয়াই ৰজাক অনুৰোধ জনালে যে, পিচদিনা চিফ্কমিছনাৰ নগৰ আহি পোৱাৰ পিচতে ১২ বজাত মণিপুৰ সম্পৰ্কে ভাৰত গবৰ্ণমেণ্টৰ ঘোষণা প্ৰকাশ কৰিবলৈ ৰেচিডেন্সিত এখন সভা বহিব। সেই সভাত যেন ভায়েক সকলৰ সৈতে ৰজাও উপস্থিত হয়।

ভাৰত গবৰ্ণমেণ্টৰ প্ৰতিনিধি চিফ্কমিছনাৰক অভ্যৰ্থনা জনাবলৈ মণিপুৰ ৰাজপক্ষৰ পৰা যথাৰীতি আয়োজন কৰিছিল। যুবৰাজ টিকেন্দ্ৰজিতে অন্যান্য ৰাজবিষয়া সকলৰ সৈতে নগৰৰ পৰা ৭ মাইল দূৰলৈকে গৈ চিফ্কমিছনাৰক অভিনন্দন জনালে। শাৰী শাৰী মণিপুৰী সৈনিকে ৰাজআলিৰ দুয়োকাষে ঠিয় হৈ অস্ত্ৰ তুলি সেই অভিনন্দন সমৰ্থন কৰিলে। হাজাৰ হাজাৰ নাগৰিকে সেই শোভাযাত্ৰাত যোগদি উৎসৱৰ গাম্ভীৰ্য্য বঢ়ালে। ৰাতিপুৱা বসন্তকালৰ ফুলেপাতে জাতিষ্কাৰ ইম্ফল নগৰৰ ৰেচিডেন্সিত চিফ্কমিছনাৰৰ পদাৰ্পণৰ লগে লগে অভিনন্দন উপলক্ষে ১২ বাৰ তোপধ্বনি হ'ল। উপযুক্ত সামৰিক সাজ-সজ্জাই গ্ৰিমউডৰ ৰেচি-ডেন্সি গভীৰ কৰি তুলিছিল। কিন্তু এই হৰ্ষোল্লাসৰ মাজতো নিৰানন্দ গ্ৰিমউডে চিন্তাৰ হাত এৰাব নোৱাৰিলে।

ৰেচিডেন্সিৰ বাহিৰে, আগেপিছে শাৰীপাতি সসস্ত্ৰ গুৰ্খা সৈনিকে পহৰা দিলে। অতি সযতনে ৰেচিডেন্সিৰ দৰবাৰ কক্ষ সুৰক্ষিত কৰা হ'ল। কক্ষৰ বাহিৰে-ভিতৰে সুসজ্জিত সামৰিক বিষয়াসকলে সামৰিক ভঙ্গিৰে সন্ধিস্থলত সাজু হ'ল। ৰজা আৰু ৰাজকোঁৱৰ সকলৰ প্ৰবেশৰ পথ স্বৰূপে দৰবাৰ কক্ষৰ এখন মাত্ৰ দুৱাৰ মুকলি কৰি ৰাখিলে, আৰু আন আন দুৱাৰ বন্ধ কৰি তাত ভাল তলা লগালে। দুই-চাৰি জনৰ বাহিৰে আনে এই সতৰ্কমূলক আয়োজনৰ গূঢ় ৰহস্য তেতিয়াও বুজিব পৰা নাছিল। এইদৰে সুকৌশলে ফন্দী সজাৰ পিচত মধ্যাহ্ন ভোজন শেষ কৰি ইংৰাজসকলে দৰবাৰ কাৰ্য্য আৰম্ভ কৰিলে।

ভাৰত গবৰ্ণমেণ্টৰ ঘোষণা কৰিবলগীয়া মুখ্য কথা আছিল—(১) ভাৰত গবৰ্ণমেণ্টে বৰ্ত্তমান ৰজা কুলচন্দ্ৰক মণিপুৰৰ মহাৰজা বুলি স্বীকাৰ কৰিব। (২) বৰ্ত্তমান যুবৰাজ টিকেন্দ্ৰজিতক আটক কৰি মণিপুৰৰ পৰা নিৰ্ব্বাসিত কৰিব। কিন্তু নানা কথাৰ সংমিশ্ৰিত দীঘলীয়া ঘোষণাপত্ৰ ৰীতি অনুসৰি ৰাজকোঁৱৰ সকলৰ সন্মুখত পঢ়িবলগীয়া হোৱাত মণিপুৰী ভাষাত তাৰ অনুবাদৰ প্ৰয়োজন হৈছিল। এই কামৰ কাৰণে নিভৃতে পলিটিকেল এজেণ্টৰ হেড্-ক্লাৰ্ক্ ৰচিকলাল কুণ্ডু আৰু অইন এজন কেৰাণী নিযুক্ত কৰা হ'ল। দুয়োজন কেৰাণীৰ দুয়ো কাষে তীক্ষ্ণদৃষ্টি ৰাখিবলৈ দুজন বন্দুকধাৰী চিপাহী মোতায়েন কৰিলে, যাতে এই ঘোষণাপত্ৰ সম্পৰ্কীয় কোনো কথা প্ৰকাশ হব নোৱাৰে।

দৰবাৰৰ কাৰ্য্যবিবৰণী অনুযায়ী যুবৰাজ টিকেন্দ্ৰজিতক কয়েদ কৰাৰ ভাৰ পৰিছিল গ্ৰিম্‌উডৰ ওপৰত। এনে অন্তৰঙ্গ বন্ধু এজনক বন্দী কৰি সাধাৰণ অপৰাধীৰ দৰে কঠোৰ ব্যৱহাৰ কৰাটো গ্ৰিম্‌উডৰ পক্ষে যিমানেই অপ্ৰীতিকৰ নহওক, গবৰ্ণমেণ্টৰ আদেশ ওফৰাই তেওঁ তাক অস্বীকাৰ কৰিবৰ সাধ্য নাছিল। নিৰ্দ্দিষ্ট সময় ১২ বজাত, ৰজা কুলচন্দ্ৰ, যুবৰাজ টিকেন্দ্ৰজিৎ, সেনাপতি অঙ্গৌ সিংহ আৰু জিল্লাসিংহই ততালিকে আহ্বান অপেক্ষা কৰি ৰাজপয়োভৰে ইংৰাজ ৰেচিডেন্সিৰ পদূলিমুখত উপস্থিত হ'ল। কিন্তু এওঁলোকে দেখি স্তম্ভিত হ'ল যে, এওঁলোকক সসন্মানে ভিতৰলৈ আহ্বান কৰা দূৰৰ কথা, দ্বাৰোৱানে দুৱাৰ জপাই

প্ৰৱেশ নিষেধ কৰিলে। এই অৱস্থাত চিফ্‌কমিছনাৰৰ সৈনিক দ্বাৰোৱানে খাটাংকৈ জবাব দিলে—"চিফ্‌কমিছনাৰ এতিয়া সাজু নহয়।" ৰেচিডেন্সিৰ পৰা কোনো উপযুক্ত কৰ্ম্মচাৰীয়ে গৈ তেওঁলোকক নজনালে যে কিমান পৰ, আৰু কিয় তেওঁলোকে পদূলিমুখত তেনেদৰে বৈ থাকিব লাগিব। এইটো অতি আচৰিত কথা যে, আত্মমৰ্য্যাদা সম্পন্ন ইংৰাজসকলে যিজন স্বাধীন ৰজাৰ ৰাজ্যলৈ অতিথি স্বৰূপে আহিছিল, সেই ৰজাজনক নিমন্ত্ৰণ কৰি পলিটিকেল এজেন্টৰ নিচিনা তলখাপৰ বিষয়া এজনৰ পদূলিমুখত এনেদৰে ঠিয়কৈ ৰাখিব পাৰিছিল।

এইদৰে বহুপৰ উকলি গ'ল, কিন্তু ৰেচিডেন্সিৰ পৰা ৰাজ-ভাতৃবৃন্দৰ প্ৰতি কোনো নিৰ্দ্দেশ নাহিল। ইতিমধ্যে যুবৰাজৰ আজ্ঞাত তেওঁৰ অতি বিশ্বাসী অনুচৰ দস্যু চৰ্দ্দাৰ, আৰু আন আন অনুচৰ কিছুমানে ৰেচিডেন্সিৰ চৌহদৰ ভিতৰত সোমাই ইংৰাজৰ সতৰ্কমূলক ব্যৱস্থাৰ আতিগুৰি বুজি ললে। তেতিয়া সিহঁতে যুবৰাজক বাতৰি দিলে যে, ৰেচিডেন্সিৰ প্ৰতি সন্ধিস্থলত সশস্ত্ৰ সৈনিক নিয়োজিত কৰি ইংৰাজে কোনো গুৰুতৰ ষড়যন্ত্ৰ সমাধা কৰিবলৈ স্থিৰ কৰিছে। টিকেন্দ্ৰজিতে যেতিয়া নিজে ঘোৰাৰ পিঠিৰ পৰা দেখিলে যে ইংৰাজ সৈনিকসকলে, অহাৰ পিচতে অলপো জিৰণি নোহোৱাকৈ ৰেচিডেন্সিৰ কেউফালে শাৰী পাতি সামৰিক ভঙ্গিৰে ঠাই লৈছে, তেতিয়া অনুচৰসকলৰ বাতৰিত তেওঁৰ সন্দেহৰ কাৰণ নাইকিয়া হ'ল। অকল তেওঁৰ কাৰণে যে ভিতৰে ভিতৰে এটা ষড়যন্ত্ৰ চলিছে, তেতিয়াওঁ সেইটো বুজিবৰ তেওঁৰ উপায় নাছিল। তেওঁৰ মনত নানা চিন্তাই ঠাই ললে। তেওঁ ভাবিলে, হয়তো তেওঁলোক চাৰিও ভায়েকক বন্দী কৰি ইংৰাজে সুৰচন্দ্ৰক ঢুনাই ৰজা পাতিব, নাইবা সুৰচন্দ্ৰৰ অভিযোগ অনুসৰি চাৰিভায়েকক কলিকতালৈ নি তাত বিচাৰ কৰিব। চিফ্-কমিছনাৰৰ অভ্যৰ্থনা সম্পৰ্কীয় নানা কামত ব্যস্ত থকাৰ হেতুকে দুদিন আগৰ পৰাই তেওঁৰ শৰীৰ অসুস্থ হৈছিল। তদুপৰি আগদিনা একাদশীৰ উপবাসে থাকি ক্ষুধা-তৃষ্ণাত ক্লান্ত হৈ পৰিছিল। সেনাপতি অঙ্গোসিংহৰ শাৰীৰিক অৱস্থাও প্ৰায় তেনেই হৈছিল; গতিকে উভয়ে প্ৰায় আধাঘণ্টা সময় তেনেদৰে দুৱাৰত অপেক্ষা

কৰি ৰাজপুৰিলৈ উলটি আহিবলৈ বাধ্য হ'ল। ৰজা কুলচন্দ্ৰ আৰু জিল্লাসিংহক কিছু পাচত প্ৰহৰীয়ে ভিতৰলৈ যাবৰ অনুমতি দিলে, কিন্তু বাৰান্দাৰ চিৰিৰ সন্মুখত এওঁলোকে সেই একেই দশা প্ৰাপ্ত হ'ল; দ্বাৰোৱানে ওপৰলৈ উঠিবলৈ নিষেধ কৰিলে। বহুপৰ এইদৰে বাৰান্দাৰ নামনিত থিয়হৈ থকাৰ পিচত গ্ৰিমউডে ওলাই আহি এওঁলোকক ওপৰলৈ নিলে; লগতে কলে যে, তেওঁ সেই ঘৰৰ বাসিন্দা হলেওঁ সম্প্ৰতি চিফ্ কমিছনাৰৰ বিনা অনুমতিত তেওঁলোকক দৰবাৰ কোঠালিলৈ নিব নোৱাৰে, আৰু সেয়েহে চিফ্ কমিছনাৰৰ অনুমতি লোৱাৰ প্ৰয়োজন। পাচত যুবৰাজ আৰু সেনাপতিক নেদেখি তেওঁলোকৰ বিষয়ে সুধিলে। উত্তৰ পালে—, উভয়ে ৰোগগ্ৰস্থ গতিকে বহুপৰ পদূলি মুখত অপেক্ষা কৰি আমনি পাই, ৰাজভৱনলৈ উলটি গৈছে। এই উত্তৰত, টিকেন্দ্ৰজিৎ আৰু অঙ্গৌসিংহক ঘোষণা শুনিবৰ কাৰণে যিহলেওঁ দৰবাৰত উপস্থিত হব লাগে বুলি সংবাদ পঠিয়াবলৈ গ্ৰিমউডে ৰজাক অনুৰোধ জনালে; তদানুযায়ী ৰজাই সংবাদ পঠিয়ালে, কিন্তু অলপ পিচতে ৰজাৰ বাৰ্ত্তাবাহকে ৰেচিডেন্সিত বাতৰি দিলে যে, যুবৰাজ নৰিয়াত কাতৰ থকা কাৰণে তেওঁ দৰবাৰত উপস্থিত হব নোৱাৰে, আৰু সেইবাবে তেওঁ আন্তৰিক দুখ প্ৰকাশ কৰিছে। টিকেন্দ্ৰজিতৰ এই উপেক্ষা গ্ৰিমউডৰ অক্ষমতাৰ পৰিচায়ক বুলি গ্ৰিমউডে মনে মনে বিৰক্ত হ'ল। তেওঁ ভিতৰলৈ গৈ এই কথা চিফ্ কমিছনাৰক জনালে। লক্ষ্য-ভ্ৰষ্ট হলেওঁ চিফ্ কমিছনাৰে তেওঁৰ উৎকণ্ঠা গোপন কৰি কৈ পঠিয়ালে যে, বৃটিছ গবৰ্ণমেণ্টৰ মণিপুৰ সম্পৰ্কীয় ঘোষণা আটাই কেইজন ৰাজকোঁৱৰৰ সন্মুখত প্ৰকাশ কৰিব লাগে যেতিয়া, তেনেস্থলত কোনো এজনৰ অনুপস্থিতিত দৰবাৰ হব নোৱাৰে। সেইবাবে পিচদিনা (২৩ মাৰ্চ্চ, সোমবাৰ) ৰাতিপুৱা ৮ বজালৈ দৰবাৰ স্থগিত ৰখা হ'ল। তথাপি, আহিছে যেতিয়া, ৰজাই আদৰ সম্ভাষণ জনাবলৈ চিফ্ কমিছনাৰৰ সাক্ষাৎ বিচাৰিলে। মানসিক উত্তেজনাত বিফল মনোৰথ চিফ্ কমিছনাৰে ৰজাক দৰ্শন দিবলৈ অসন্মতি হ'ল। তেওঁ ভিতৰৰ পৰা কৈ পঠিয়ালে, অকাৰণত তেওঁক সাক্ষাৎ কৰা নিষ্প্ৰয়োজন, গতিকে পিচদিনা

ৰাতিপুৱা ৰজাই তেওঁক দৰবাৰত সাক্ষাৎ কৰিব। এইদৰে অৱশেষত চিফ্ কমিছনাৰৰ সাধাৰণ শিষ্টাচাৰৰ পৰা বঞ্চিত হৈ প্ৰায় চাৰি বজাত মণিপুৰৰ মহাৰাজ কুলচন্দ্ৰ ৰাজভবনলৈ উভতি গ'ল।

ৰজা ৰাজভবনলৈ উভতি নহালৈকে টিকেন্দ্ৰজিৎ শয্যাগত হৈ পৰি আছিল। পিত্তশূল ৰোগত তেওঁৰ অস্থিৰতা ক্ৰমে বাঢ়িছিল। ৰজা উভতি অহাতহে উদ্বিগ্নতাৰ হাত এৰুৱাই তেওঁ উপবাস ব্ৰত ভঙ্গ কৰে। তেওঁ যি অজুহাত দেখুৱাই দৰবাৰত উপস্থিত নহ'ল, সেইটো সঁচানে বুজিবলৈ চিম্প্চন্ (Simpson), গ্ৰিমউড (Grimwood) আৰু ৰচিকলাল কুণ্ডু আবেলি ৰাজভবনলৈ আহিছিল। কিন্তু যুবৰাজ শয্যাগত হোৱা সমাচাৰ লৈ তেওঁৰ সৈতে সাক্ষাৎ কৰিব নোৱাৰি এওঁলোকে ৰেচিডেন্সিলৈ উভতি যায়। পিচদিনা ৰাতিপুৱাৰ দৰবাৰৰ আৱশ্যকতা সম্পৰ্কে ৰজা কুলচন্দ্ৰক যিদৰে দঢ়াই কোৱা হৈছিল, সেই দৰবাৰ যে সফল হবই সেইটো সুনিশ্চিত জানি, নিঃসন্দেহে কাৰ্য্যোদ্ধাৰৰ আশাত ইংৰাজ সকলে সেই নিশাটো অতি হৰ্ষোল্লাসেৰে কটালে। সমাৰোহেৰে সান্ধ্যভোজনৰ আয়োজন হ'ল। লগে লগে বেণ্ড বাজি উঠিল; ইংৰাজ সকলে নৃত্যগীতত মতলীয়া হৈ বিষম কালৰ গতি বুজিব নোৱাৰিলে।

নিশাৰ অন্তত কালান্তক দিন এটাই দেখা দিলে। আগদিনাৰ নিচিনাকৈ অতি তৎপৰতাৰে ইংৰাজ সকলে সতৰ্কতামূলক ব্যৱস্থা হাতত ললে। ৰাজ অভ্যৰ্থনাৰ বাবে ৰেচিডেন্সিৰ দৰবাৰ কক্ষ আকৌ আৱশ্যকীয় উপকৰণেৰে সজোৱা হ'ল। আগদিনাৰ কাৰ্য্য-সূচী পালন কৰিবলৈ সকলোৱে নিৰ্দ্দিষ্ট মুহূৰ্ত্তলৈ মাত্ৰ অপেক্ষা কৰিলে। আঠ বাজিবলৈ আৰু বেচি বাকী নাই, সামৰিক সাজ সজ্জাৰে বিভূষিত হৈ ইংৰাজ সকলে সন্ধিস্থল চাই সাজু হৈছে, এনেতে ৰাজপুৰিৰ পৰা সমাচাৰ যোগালে—ৰুগ্ন যুবৰাজ অচল হোৱাত তেওঁ আগন্তুক দৰবাৰত উপস্থিত হব নোৱাৰে। সেইবাবে চিফ্ কমিছনাৰৰ আগদিনাৰ কথালৈ লক্ষ্য কৰি ৰজা কুলচন্দ্ৰ কিম্বা ৰাজপৰিয়ালৰ আন কোনোৱে তাত যোগ দিবৰ প্ৰয়োজন আছে বুলি নাভাবিলে। এই

নৈৰাশ্যজনক সমাচাৰত ইংৰাজ পক্ষৰ কৰলৈ কথা নাইকিয়া হ'ল। কাৰো বুজিবলৈ বাকী নাথাকিল যে, তেওঁলোকৰ ৰহস্যময় পৰিকল্পনাক গোপন বুলিবৰ আৰু একোৱে নাই। সকলোৱে কাণে কাণে গভীৰভাবে আলোচনা কৰিলে যে এইদৰে অপদস্থ হোৱাৰ পিচত কাৰ্য্যোদ্ধাৰৰ বাবে কি পদ্ধতি গ্ৰহণ কৰিব পাৰি। শেষ চেষ্টা স্বৰূপে সম্প্ৰতি সেই একেই পথ অৱলম্বন কৰি ৰজাক জনালে—"যি হলেও একে উদ্দেশ্যে ১২ বজাত তেওঁলোকে দৰবাৰত উপস্থিত হবই লাগিব।" কিন্তু একেই প্ৰত্যুত্তৰ পালে—"সেই কাৰণতে ৰাজভাতৃবৃন্দ দৰবাৰত উপস্থিত হবলৈ অপাৰগ।" অৱশেষত অনুৰূপ পদ্ধতি লবলৈ ইংৰাজ সকলে সিদ্ধান্ত কৰিলে। এই পদ্ধতি অনুসৰি গ্ৰিমউডে টিকেন্দ্ৰজিতৰ ওচৰলৈ গৈ তেওঁক বুজাব লাগে যে তেওঁলোকৰ ইচ্ছানুযায়ী কুলচন্দ্ৰই যেতিয়া ৰজা হব, মণিপুৰৰ জটিল প্ৰশ্নৰ মীমাংসাৰ কাৰণে সম্প্ৰতি কিছুদিনৰ কাৰণে তেওঁ মণিপুৰৰ পৰা আঁতৰ হৈ থাকিব লাগিব আৰু তেওঁক কুলচন্দ্ৰৰ পৰবৰ্ত্তী ৰজা বুলি বৃটিছ গৱৰ্ণমেণ্টে স্বীকাৰ কৰিব। মণিপুৰ ৰাজভবনলৈ গৈ বৃটিছ গবৰ্ণমেণ্টৰ এই সমিধান খোলোচা ভাবে ৰজাৰ আগত প্ৰকাশ কৰিবলৈ চিফ্ কমিছনাৰে গ্ৰিমউডক নিৰ্দ্দেশ দিলে। তেওঁৰ বিশ্বাস হৈছিল, যদি বন্ধুৰ বুজনিত টিকেন্দ্ৰজিতে এই প্ৰস্তাব গ্ৰহণ কৰে তেন্তে উভয়কুলে ৰক্ষা পৰিব।

এই ভাৰসা কৰি আবেলি লেফ্‌টেনেণ্ট চিম্প্‌চনৰ (Lft Simpson) সৈতে গ্ৰিমউডে (Grimwood) গৈ ৰাজভবনত ৰজা কুলচন্দ্ৰক সাক্ষাৎ কৰিলে। গ্ৰিমউডে ৰজাক বৃটিছ গবৰ্ণমেণ্টৰ মূল উদ্দেশ্য বহলাই কলে; ৰজাইয়ো এনে এটা গুৰুতৰ বিষয়ৰ, তেওঁ অকলে মীমাংসা দিব নোৱাৰে বুলি উত্তৰ দিলে। যুবৰাজ টিকেন্দ্ৰজিৎ তেতিয়া শয্যাগত হৈ আছিল। ইংৰাজ বিষয়া দুজনৰ লগত সাক্ষাৎ কৰিবলৈ প্ৰথমতে তেওঁ মান্তি হোৱা নাছিল; কিন্তু তেওঁৰ প্ৰকৃত নবিয়া সম্পৰ্কে চিফ্ কমিছনাৰক বাতৰি দিব লাগে বুলি কোৱাত, তেওঁ অতিকষ্টে পাৰ্কীবে আহি এওঁলোকৰ সৈতে দেখা কৰে; তেতিয়া তেওঁৰ গাত অত্যাধিক জ্বৰ আছিল; আৰু সেই জ্বৰৰ প্ৰকোপত খিতাতে তেওঁ মূৰ্চ্ছা যায়।

চিফ্ কমিছনাৰে যেনে ভাবে কৈছে তেনে ভাবে টিকেন্দ্ৰজিতক বুজাই, গ্ৰিমউডে তেওঁক আত্মসমৰ্পণ কৰিবলৈ অনুৰোধ জনালে। তেওঁ বিশেষকৈ দঢ়াই দঢ়াই কলে যে, তেওঁৰ খন্তেকীয়া নিৰ্ব্বাসন উকলি গলে, কুলচন্দ্ৰৰ পিচত তেওঁক মণিপুৰৰ ৰজা বুলি ভাৰত গবৰ্ণমেণ্টে মানি লব। বন্ধু গ্ৰিমউডৰ পৰা ইংৰাজৰ এই ৰহস্যময় পৰিকল্পনাৰ কথা শুনি তেওঁ অধীৰ হ'ল। স্বাধীন মণিপুৰৰ ঘৰুৱা বিবাদত বৃটিছ গবৰ্ণমেণ্টৰ এনে প্ৰস্তাৱ গ্ৰহণীয় নহয় বুলি টিকেন্দ্ৰজিতে গ্ৰিমউডক বিদায় দিলে।

বিফল মনোৰথ হৈ অহা গ্ৰিমউডৰ পৰা এই বাতৰি শুনি অসমৰ চিফ্ কমিছনাৰ হতাশ হ'ল। তেওঁ ভাবিলে—যি চতুৰালিৰে তেওঁ কাৰ্য্য উদ্ধাৰ কৰিব পাৰিব বুলি ভাবিছিল, সি এতিয়া ব্যৰ্থ হ'ল। অইন উপায়ে তাক সাৰ্থক কৰিব নোৱাৰিলে ভাৰত গবৰ্ণমেণ্টৰ মৰ্য্যাদা লাঘব হব। ৰেচিডেন্সিত গোপনে ৰণ সভা বহিল। এই সভাত স্থিৰ হ'ল যে, টিকেন্দ্ৰজিতক কৰায়ত্ব কৰাৰ শেষ আৰু একমাত্ৰ উপায়—যুদ্ধ। এই বৈঠকত সকলোৱে একমত হব পৰা নাছিল। কিয়নো, তেতিয়াও নিৰ্দ্দেশ অনুযায়ী কাছাৰৰ পৰা সৈন্যবাহিনী আহি পোৱা নাছিল। গতিকে মাত্ৰ পাঁচ শ সৈন্যেৰে মণিপুৰ ৰাজপুৰি আক্ৰমণ কৰিলে, জয়তকৈ পৰাজয়ৰ সম্ভাৱনাই অধিক বুলি কিছুমানে মত প্ৰকাশ কৰিলে। কিন্তু সেইমত চিফ্ কমিছনাৰে উচিত বুলি বিবেচনা নকৰিলে। ব্যৰ্থ হৈ ইংৰাজৰ সম্মান হানি কৰি উভতি যোৱাতকৈ অভীষ্ট সিদ্ধিৰ কাৰণে তেওঁ যথাসম্ভৱ বিপদৰ সন্মুখীন হবলৈ আদেশ দিলে। ইংৰাজৰ আগন্তুক ষড়যন্ত্ৰৰ কথা যাতে কোনোৱে সন্দেহ কৰিব নোৱাৰে, তাৰ বাবে চিফ্ কমিছনাৰে এটা নতুন মন্ত্ৰণা সাজিলে। ইতিপূৰ্ব্বে তেওঁ ৰজাক জনাইছিল যে, ব্ৰহ্মৰ সীমান্ত পৰিদৰ্শনৰ বাবে তেওঁ টামূলৈ যাব। হঠাৎ সেই মত পৰিবৰ্ত্তন কৰি এতিয়া তেওঁ ৰজাৰ ওচৰলৈ নতুন সংবাদ পঠিয়ালে যে, পিচদিনা ৰাতিপুৱা তেওঁ কোহিমালৈ উভতি যোৱা স্থিৰ কৰিছে। গতিকে ৰজাই তেওঁক চাৰি শ কুলী দি সহায় কৰিব লাগে, আৰু সেই নিশা তেওঁলোকৰ অৱসৰ বিনোদনৰ কাৰণে নাচনী এদল ৰেচিডেন্সিলৈ পঠাব লাগে। এই অনুৰোধ অনুসৰি ৰজাই কুলী আৰু

নাচনী পঠিয়াইছিল; কিন্তু চিফ্ কমিছনাৰ গভীৰ আলোচনাত ব্যস্ত থকাত নাচনী আৰু বাদ্যকৰসকল উভতি যায়। কৃত্রিম কল্পিত যাত্ৰাৰ আয়োজন দেখুৱাবলৈ ইংৰাজ সকলে ৰচদ আৰু বয়-বস্তুবে সৈতে কুলী কিছুমানক কোহিমাৰ পথত আগুৱাই দিলে।

ইংৰাজসকলে তেওঁলোকৰ ৰণ সভাত এইদৰে কাৰ্য্য পদ্ধতি স্থিৰ কৰিছিল যে, পুৱঁতি তৰা উদয়ৰ লগে লগে ইংৰাজ বাহিনীয়ে অকস্মাতে মণিপুৰ ৰাজপুৰি আক্রমণ কৰি যুবৰাজ টিকেন্দ্ৰজিতক বন্দী কৰিব। সেইদিনা সন্ধ্যাৰ পিচত ভীষণ বজ্ৰ আৰু ধুমুহা বতাহে উভয় পক্ষক নিষ্ঠুৰ সংকেত দিছিল। প্ৰাকৃতিক দুৰ্য্যোগৰ অন্তত নগৰৰ আলি-পদূলিত মানুহৰ ৰাইকই নাই, কেউফালে নিতাল নিস্তব্ধ। ইংৰাজ সকলৰ কোনেও কলৈকো আগ নেবাঢ়ি অতি গহীনভাবে কথা বতৰা পাতিছিল; সিও খুব কম। চিফ্ কমিছনাৰে তাচ খেলত ব্যস্ত দেখুৱাইছিল যদিও ভবিষ্যত্ অশুভ কল্পনাত প্ৰতি মুহূৰ্ত্তে তেওঁৰ মন চঞ্চল হৈছিল। সবাশেষত সূৰ্য্যোদয়ৰ পূৰ্ব্বে এক গুৰুতৰ সংঘৰ্ষণৰ পৰিণাম অনুমান কৰি ইংৰাজসকলে বিশ্ৰামৰ বাবে নিজ নিজ ঠাইলৈ প্ৰস্থান কৰিলে।

প্ৰভাতৰ পূৰ্ব্বে তিনি বজাত ইংৰাজ সামৰিক বিষয়াসকলে অতি উদ্যমে সৈন্যদল সজাই লৈ আচনি অনুসৰি নিৰ্দ্ধাৰিত কামৰ বাবে সাজু হ'ল। লেফ্টেনেণ্ট ব্ৰেকেনবেৰি (Lt.Brackenbury) কেপ্তেইন বুচ্ছাৰ (Capt. Butcher) আৰু লেফ্টেনেণ্ট লুগাৰ্ডে (Lt Lugard) নিজ নিজ দলবল লৈ ৰাজপুৰি আক্ৰমণৰ কাৰণে কেউ-ফালে নিৰ্দ্দিষ্ট ঠাই অধিকাৰ কৰিলে। যিকোনো ব্যক্তিয়ে ৰজাৰ হাউলিৰ পৰা যাতে, কোহিমাৰ পথেদি পলাব নোৱাৰে, তাৰ বাবে ব্ৰেকেণবেৰিয়ে (Lt. Brackenbury) সেই বাটৰ কিছুদূৰ আগুৱাই গৈ তাত খাপ ললে। বুচ্ছাৰৰ (Butcher) অধীনত সৈন্য এদলে ৰাজ হাউলিৰ উত্তৰ পশ্চিম কোণৰ দেৱাল পাৰ হৈ যুবৰাজৰ ঘৰৰ চৌহদৰ ফালে আগ বাঢ়িলে। (দুৰ্ভাগ্যক্ৰমে সেইফালে দেৱালৰ এডোখৰ ভঙ্গা আছিল কাৰণে ইংৰাজৰ আক্ৰমণকাৰী সৈনিক সকলে সেই সুযোগ লব পাৰিছিল।) তেতিয়া ৰাজহাউলিৰ

পৰিয়ালসকল সাৰে আছিল। যুৱৰাজেও মানসিক চিন্তা আৰু শাৰীৰিক অসুস্থতাৰ কাৰণে গভীৰ টোপনিত পৰা নাছিল। তেওঁ অতৰ্কিতে ইংৰাজ সৈনিকসকলৰ চলাচলৰ গম পাই নিজ ঘৰ এৰি গুপ্ত পথেৰে গৈ ৰাজঅন্তঃপুৰত ঠাই ললে। বুচ্ছাৰৰ সৈন্যদলে তেওঁৰ ঘৰ আগুৰি ললে আৰু দাস-দাসী যাকে যতে পালে সঙ্গীনেৰে খুচি পশুৰ দৰে হত্যা কৰিলে। দুই এজনে কোনোমতে প্ৰাণ লৈ পলাল। যুৱৰাজৰ ঘৰৰ উত্তৰ দিশে সেনাপতি অঙ্গৌসিংহ আৰু জিল্লামগাম্বাৰ ঘৰ। যুৱৰাজৰ ঘৰত হাই উৰুমি শুনি যেতিয়া সেনাপতি আৰু জিল্লামগাম্বাৰ ঘৰৰ পৰা মানুহবোৰ পলাব ধৰিলে, তেতিয়া ব্ৰেকেণবেৰিৰ (Brackenbury) খাপলৈ থকা সৈন্যসকলে সেই মানুহবোৰক মাৰিকাটি খান্তাং কৰি চাৰিওফালৰ ঘৰবোৰত জুই লগাই দিলে।

অতি ভীষণ আক্ৰমণ সহিব লগীয়া হ'ল বেচেৰা দসু সৰ্দ্দাৰে। মুছলমান দসুসৰ্দ্দাৰ, টিকেন্দ্ৰজিতৰ অতি বিশ্বস্ত ভৃত্য আছিল। ৰেচিডেন্সিত প্ৰথম দৰবাৰৰ ষড়যন্ত্ৰ সম্পৰ্কে টিকেন্দ্ৰজিতক সঙ্কেত দিছিল দসুসৰ্দ্দাৰে। পিচত ইংৰাজসকলে এই কথা বুজিব পাৰিছিল। প্ৰভুভক্তিৰ পুৰস্কাৰ স্বৰূপে দসুৰ ওপৰত ইংৰাজে জ্বলন্ত প্ৰতিশোধ ললে। দসুৰ ঘৰ আছিল যুৱৰাজৰ ঘৰৰ ওচৰত; ইংৰাজৰ সৈন্যই দসুৰ ঘৰ পুৰি দিলে। গুলীৰ আঘাতত দসুৰ ঘৈণীয়েক দুজনী আধামৰা হ'ল আৰু পুতেক দুজনৰ মৃত্যু হ'ল। সৈনিকবোৰে তেওঁৰ জীয়েক দুজনীক চুলিয়ে চুলিয়ে বান্ধি জুইত পেলাই দিলে। ইংৰাজ সৈনিকহঁতৰ এই অনুৰূপ নৃসংশ অত্যাচাৰ য'তে ত'তে অবিচাৰে মণিপুৰ বাসীয়ে ভুগিব লগীয়া হ'ল। উন্মত্ত সৈনিকে আনকি মাইকী মানুহৰ নাক-কান কাটি আনন্দ উপভোগ কৰিবলৈও এৰা নাছিল। যুৱৰাজে গোবিন্দজীৰ মন্দিৰত পলাই থকা সন্দেহত ইংৰাজ সকলে অবাধে মন্দিৰ প্ৰৱেশ কৰি বিগ্ৰহৰ সোণৰূপৰ বহুমূলীয়া অলঙ্কাৰ আৰু আভৰণ আদি অপহৰণ কৰিলে। পিচত, মন্দিৰৰ চালত উঠি তাৰ পৰা ৰাজপুৰিৰ ভিতৰলৈ গুলী চলালে। আনফালে লেফ্‌টেনেণ্ট চেটাৰটনৰ (Lt Chatterton) অধীনত সৈনিক কিছুমানে ৰাজঅন্তঃপুৰৰ সেনাপোং নামেৰে পশ্চিম

দুৱাৰ অধিকাৰ কৰিলে। তেতিয়া দুয়ো পক্ষৰ সমানেই অবিশ্ৰান্ত গুলী চলিল। আক্ৰমণতকৈ প্ৰতি আক্ৰমণ ঘোৰতৰ হ'ল (১)

ইংৰাজ সামৰিক বিষয়াসকলে যেতিয়া যুদ্ধযাত্ৰা কৰি ৰেচিডেন্সিৰ পৰা ওলাই আহে, তেতিয়া মিচেচ্ গ্ৰিমউডৰ (Mrs. Grimwood) ধাৰণা আছিল যে তেওঁৰ স্বামী যেতিয়া চিভিলিয়ান অফিচাৰ ,তেওঁ এই সামৰিক কাৰ্য্যত ব্ৰতী নহব। কিন্তু তেওঁৰ তেনে ধাৰণাৰ বিপৰীতে কৰ্ণেল স্কিনৰ (Col. Skene) সৈতে গ্ৰিমউডে গৈ, আক্ৰমণত যোগ দিছিল। ৰেচিডেন্সিত আছিল মাত্ৰ চিফ্ কমিছনাৰ কুইণ্টন (Quinton) আৰু তেওঁৰ চেক্ৰেটাৰী মিঃ কজিনচ (Mr. Cossins)। ৰেচিডেন্সিৰ ঘৰ ডাঙৰ দীঘল হলেও নিৰাপদ নাছিল। সাধাৰণ বাহঁ ইকৰাৰ বেৰ আৰু খেৰৰ চাল হোৱাৰ বাবে ই সহজে ভেদ্য আছিল। বিশেষকৈ কিবা প্ৰকাৰে অগ্নিসংযোগ হলে এই ঘৰ ৰক্ষা কৰিবৰ অলপো হেতু নাছিল। গতিকে সম্ভাব্য বিপদৰ পৰা পৰিত্ৰাণ পাবলৈ চিফ্ কমিছনাৰ, তেওঁৰ চেক্ৰেটাৰী আৰু মিচেচ্ গ্ৰিমউডে গৈ আপেক্ষিক ভাবে নিৰাপদ ঠাই টেলিগ্ৰাফ অফিচত আশ্ৰয় ললে। মণিপুৰীহঁতে তেতিয়া ইংৰাজৰ আক্ৰমণ প্ৰতিহত কৰিবৰ উদ্দেশ্যে ৰেচিডেন্সি অভিমুখে গুলী চলাইছিল। চিফ্ কমিছনাৰ আৰু তেওঁৰ চেক্ৰেটাৰীয়ে মণিপুৰ সম্পৰ্কীয় সাময়িক অৱস্থা বৰ্ণাই ভাৰত গবৰ্ণমেণ্টলৈ এখন টেলিগ্ৰাম কৰিব ওলাইছে ; এনেতে টেলিগ্ৰাফ্ অফিচৰ খিড়িকী ভেদ কৰি ৰাইফলৰ গুলী ভিতৰলৈ সোমাল। টেলিগ্ৰাফৰ চেষ্টা ব্যৰ্থ হ'ল, কিয়নো ইতিপূৰ্ব্বেই বিপক্ষই টেলিগ্ৰাফৰ তাঁৰ কাটি বাহিৰৰ সৈতে মণিপুৰৰ সংযোগ নোহোৱা কৰিছিল।

বহুপৰ ৰণৰ পিচত ইংৰাজে যুৱৰাজৰ আবাসগৃহ অধিকাৰ কৰিলে হয়, কিন্তু ইংৰাজ পক্ষৰ অৱস্থা ক্ৰমে বেয়াৰ ফালে

(১) British troops attacked the palace before dawn of the 24th March, killed woman, children and cows, polluted temples and idols. Burnt houses without provocation. Jubaraj then used arms in self defence.

—The Amrit Bazar Patrika. Date, 27th June 1891.

বাবু জানকী নাথ বৰুৱাকেও এই মৰ্মে ২৬ জুন (১৮৯১) তাৰিখে গৱৰ্ণৰ জেনেৰেল লৰ্ড বিপনলৈ এখন টেলিগ্ৰাম কৰিছিল।

ঢাল খালে। উভয় পক্ষৰে বহুলোক মৰিল, বহুতো আহত হ'ল। ইমান পৰে চিফ্ কমিছনাৰে যুদ্ধৰ কোনো সঠিক সংবাদ নাপাই আকুল হৈ আছিল। এনেতে প্ৰায় দুপৰীয়া গ্ৰিমউডে ৰেচিডেন্সিৰ ট্ৰেজাৰীৰ পৰা গুলী বাৰুদ সংগ্ৰহ কৰিবলৈ আহি বাতৰি দিলে যে, কঠোৰ পৰিশ্ৰমৰ ফলত যুৱৰাজৰ ঘৰ অধিকৃত হৈছে, কিন্তু ইংৰাজ পক্ষে অৱস্থা সন্তোষজনক নহয়। এই বাতৰিত চিফ্-কমিছনাৰৰ উদ্বিগ্নতা বাঢ়িল; তেওঁৰ মনত নৈৰাশ্যৰ ভাব উদয় হ'ল।

প্ৰায় এক বজাত কৰ্ণেল স্কিন্ ( Col Skene ), গ্ৰিমউড আৰু আন আন ইংৰাজৰ সামৰিক বিষয়াসকলে যুদ্ধক্ষেত্ৰ এৰি হতাশ মনেৰে ৰেচিডেন্সিলৈ উভতি আহিল; অহা নাছিল মাত্ৰ লেফ্‌টেনেণ্ট চিম্পছন্ (Lft Simpson), কেপ্তইন বুচ্ছাৰ (Capt Butcher আৰু কেপ্টেইন ব্ৰেকেনবেৰি ( Capt Bracken bury ) ব্ৰেকেনবেৰি তেতিয়া নিখোজ হৈ আছিল আৰু আন দুজনে যুৱৰাজৰ অধিকৃত অবাসগৃহ ৰক্ষাৰ ভাৰ লবলগীয়া হৈছিল। মণিপুৰীয়ে বুজিলে যে, ইংৰাজ সেনাপতিসকলে সমৰক্ষেত্ৰ এৰি আত্ম ৰক্ষাৰ্থে ৰেচিডেন্সিত আশ্ৰয় লৈছে। গতিকে এওঁলোকে ৰেচিডেন্সি লক্ষ্য কৰি যুদ্ধ পৰিচালনা কৰিবলৈ স্থিৰ কৰিলে। ৰেচিডেন্সিৰ অলপ পিচফালে এখন সৰু নগা গাওঁ আছিল। মণিপুৰী সৈনিক এদলে আৰে আৰে গৈ এই গাওঁত সোমাল আৰু তাৰ পৰা ৰেচিডেন্সিলৈ গুলী চলালে। আনফালে ৰাজহাউলিৰ পৰা গুলীৰ আক্ৰমণ ক্ৰমে বেছি হ'ল। এই সঙ্কটৰ হাত এৰাবলৈ হাতাহাতি যুঁজৰ বাহিৰে, উপায় নেদেখি, অসীম সাহসেৰে মেজৰ বয়লুই ( Major Boileau ) গুৰ্খা সৈনিক এদল লৈ সেই নগা গাওঁখন আক্ৰমণ কৰিলে। গাওঁত জুই লগাই দিয়াত আশ্ৰয়হীন মণিপুৰীহঁত তাৰ পৰা আঁতৰিল। কিন্তু ৰেচিডেন্সিৰ ওপৰত আন ফালৰ পৰা আক্ৰমণৰ তীব্ৰতা ইমানেই বাঢ়িল যে, সেই ঘৰ আত্মৰক্ষাৰ বাবে নিৰাপদ হওঁক চাবি ই এটা জতুগৃহত পৰিণত হবৰ সম্ভাৱনা হ'ল। জাঁকে জাঁকে বন্দুকৰ গুলীয়ে ঘৰৰ বেৰ খিড়িকী ভাঙ্গি ভিতৰৰ বয়-বস্তু ধুনাধুনী কৰিলে। ভয়ঙ্কৰ গুলীৰ আঘাতৰ পৰা প্ৰাণ ৰক্ষাই সকলোৰে চিন্তাৰ কাৰণ হৈ উঠিল।

ইংৰাজে কেউফালৰ পৰা আক্ৰমণ বাহিনী চপাই লৈ সৈনিক সকলক ৰেচিডেন্সিৰ বাহিৰে যুদ্ধৰ পৰিবেশত ঠাই লবলৈ নিৰ্দ্দেশ দিলে; ভাবিছিল এই উপায়ে ৰেচিডেন্সিক দুৰ্গত পৰিণত কৰিব।

বৃটিছ গবৰ্ণমেণ্টে মহাৰাজ চন্দ্ৰকীৰ্ত্তিসিংহক চৰিটা কামান উপহাৰ দিছিল। ইমান দিনে এই কামান কেইটা কেবল ৰাজকীয় উৎসৱৰ আড়ম্বৰ বঢ়াবলৈ ব্যৱহাৰ কৰা হৈছিল। যুবৰাজ টিকেন্দ্ৰজিতে সুকৌশলে এই কামান চলাব পাৰিছিল। ৰেচিডেন্সিৰ অৱৰোধ কাৰ্য্যত এই কামানৰ ব্যৱহাৰ উপযুক্ত বুলি ভাবি ৰাজভৱনৰ পৰা কামান উলিয়াই ৰেচিডেন্সি অভিমুখে পাতি ললে। কামানৰ গৰ্জনত ইংৰাজৰ মনত ঘোৰ আতঙ্কৰ সৃষ্টি হ'ল। কামানৰ পৰা নিক্ষিপ্ত গোলাৰ আঘাতত ইংৰাজ সৈনিক সকলে স্থানচ্যুত হৈ ৰেচিডেন্সিৰ যেনি তেনি লুকাব ধৰিলে। সন্ত্ৰস্ত ইংৰাজ সেনাপতি সকলে আত্মৰক্ষাৰ উপায় বিচাৰি নোপোৱা হ'ল। কামানৰ গুলীয়ে ৰেচিডেন্সিৰ বাগানৰ গছ-গছনি ভাঙ্গি যি কোনো মুহূৰ্ত্ততে ৰেচিডেন্সি পুৰি চাৰখাৰ কৰিব বুলি সকলোৰে মনত শঙ্কাৰ সৃষ্টি কৰিলে।

আকস্মিক বন্দুকৰ গুলীৰ পৰা আত্মৰক্ষা কৰিবৰ বাবে ৰেচিডেন্সিৰ মজিয়াৰ তলত ঠায়ে ঠায়ে গাত খান্দি ৰখা হৈছিল। হাস্পাতালটো নিচেই সৰু হোৱাত বহুকষ্টে আহত সৈনিক সকলক তাৰ পৰা আনি এই গাতত ঠাই দিয়া হৈছিল। শেষত ইংৰাজ বীৰসকলৰ যেতিয়া আত্মগোপন কৰিবৰ ঠাই নাইকীয়া হ'ল, তেতিয়া চিফ কমিছনাৰ কুইণ্টন্ (Quinton), মিঃ গ্ৰিমউড় ( Mr. Grimwood ) মিচেচ গ্ৰিমউড ( Mrs Grimwood ), কৰ্ণেল স্কিন্ ( Col skenc ), মিঃ কজিনচ্ ( Mr Cossins ) আৰু মিঃ গৰ্ডনে ( Mr Gordon ) এই গাত কিছুমানত গৈ আশ্ৰয় ললে।

মণিপুৰীয়ে বুজিলে যে, এতিয়া ইংৰাজে পৰাজয় সুনিশ্চিত জানি কেৱল আত্মৰক্ষাৰ উপায় বিচাৰিছে। জয়োল্লাসত মণিপুৰীয়ে দ্বিগুণ উৎসাহেৰে ৰেচিডেন্সি আক্ৰমণ কৰিলে। অৱৰুদ্ধ ইংৰাজ সকলৰ অৱস্থা ক্ৰমে শোচনীয় হৈ উঠিল। সন্ত্ৰাসত এওঁলোকে বিবুদ্ধিত পৰিল। সূৰ্য্য অস্তগামী হ'ল। সন্ধ্যা ক্ৰমে নামি

আহিল ; কিন্তু ইংৰাজ সকলে আগন্তুক বিপদৰ পৰা মুক্তিৰ পথ নেদেখিলে। গ্ৰিমউডে মীমাংসা দিলে যে—পলায়নেই একমাত্ৰ উপায় যেতিয়া, সময় থাকোতেই কাছাৰৰ পথ লোৱা যুগুত। শেষত সকলোৱেএকমত হৈ সিদ্ধান্ত কৰিলে যে—পলালেও আক্ৰমণৰ হাত সাৰিবৰ উপায় নাই যেতিয়া, ৰজালৈ সন্মানসূচক সন্ধিৰ প্ৰস্তাৱ আগবঢ়োৱাই উচিত হব। এই যুক্তিৰে চিফ্‌ কমিছনাৰে ৰজালৈ লিখিলে— "টেলিগ্ৰাফৰ তাঁৰ মেৰামত কৰি, আপোনাৰ লগত সন্ধি কৰিবৰ উদ্দেশ্যে দিহা হব খোজো। তাৰ বাবে কি চৰ্ত্তত আপুনি আমাৰ ওপৰত গুলী চলোৱা স্থগিত ৰাখিব পাৰে ?" —এই পত্ৰ ৰজালৈ পঠোৱাৰ লগে লগে চিফ্‌ কমিছনাৰৰ আদেশত ইংৰাজ পক্ষৰ পৰা যুদ্ধ-বিৰতি সূচক তূৰ্য্য ধ্বনিৰে ইংৰাজৰ সৈনিকক যুদ্ধ স্থগিত কৰিবলৈ সঙ্কেত দিয়ে। কিছু পলমে মণিপুৰ পক্ষৰ পৰাও অনুৰূপ ধ্বনিৰে যুদ্ধ স্থগিত ৰাখিলে।

চিফ্‌কমিছনাৰে সন্ধিৰ বাবে বৰ ব্যগ্ৰ হৈছিল। সেই উদ্দেশ্যে তেওঁ ৰজাৰ ওচৰলৈ বাতৰি পঠোৱাৰ দিহা বিচাৰিলে : গ্ৰিমউডে কোনো বিষয়াৰ হতুৱাই তেওঁৰ চিঠিখন ৰাজভবনলৈ পঠাবৰ দিহা নেপাই গ্ৰিমউডৰ মণিপুৰী চাপৰাচী এজনক চিঠিখন ৰাজভবনৰ দায়িত্বশীল বিষয়াৰ হাতত অৰ্পণ কৰিবলৈ পঠিয়াই দিলে। কিছুসময় পিচত উত্তৰ আহিল যে, মিঃ কুইণ্টনে নিজে গৈ এই বিষয়ে ৰজাৰ সৈতে সবিশেষ আলোচনা কৰা বাঞ্ছনীয়। ইয়াৰ অলপ পাছতে ৰাজভবনৰ পৰা বঙালীত লিখা দিঘলীয়া চিঠি এখন দি চিফ্‌ কমিছনাৰক জনালে—"মণিপুৰ চৰকাৰৰ পৰা যুদ্ধ স্থগিত কৰিবলৈ হলে, ইংৰাজ পক্ষৰ গুলী-বাৰুদ অস্ত্ৰ-শস্ত্ৰ ৰজাৰ ঠাইত সমৰ্পণ কৰিব লাগিব।" এই দিঘলীয়া চিঠিত উল্লেখিত কথাৰ আসোঁৱাহবিলাক সোনকালে সঠিক নিৰ্ণয় কৰিবলৈ হলে ৰজা আৰু যুৱৰাজ একলগ হোৱাৰ প্ৰয়োজন গতিকে চিফ্‌ কমিছনাৰে ৰাজভবনত দৰবাৰ পতাকে শ্ৰেয় বুলি সমিধান দিলে। চিফ্‌-কমিছনাৰৰ এই সিদ্ধান্ত ৰজাক জনোৱাত, ৰজা আৰু যুৱৰাজে ইংৰাজৰ সৈতে সাক্ষাৎ কৰিবলৈ সন্মত হ'ল। তদানুযায়ী এজন মাত্ৰ বিগুলদাৰ লগত লৈ চিফ্‌ কমিছনাৰ কুইণ্টন (Chief Commissioner Quinton), কৰ্ণেল স্কিন্ (Col.Skene), লেফটেনেণ্ট্

চিম্প্‌চন্ (Lt. Simpson), মিঃ কজিন্‌চ (Mr. Cossins) আৰু মিঃ গ্ৰিমউড্ (Mr. Grimwood) ৰাজভবনলৈ আগ বাঢ়িল।

সেনাপতি তেতিয়া সেনাথোং দুৱাৰত আছিল; ইংৰাজ বিষয়া সকলে যুবৰাজৰ সৈতে সাক্ষাৎ বিচাৰি আহিছে বুলি মণিপুৰী দুৱৰী এজনে তেওঁক জনোৱাত, তেওঁ দেৱান এজনক পঠিয়াই বিষয়াসকলক ভিতৰলৈ আগবঢ়াই নিয়ালে। সেনাপতিৰ সৈতে এওঁলোকে অলপ কথা বতৰা হোৱাৰ পিচত "আয়াপুৰেল" নামেৰে ডাঙৰ বিষয়া এজনে এওঁলোকক ৰাজহাউলিৰ ভিতৰৰ দৰবাৰ গৃহৰ সন্মুখলৈ লৈ গ'ল। তেতিয়া তাত যুবৰাজ, সেনাপতি, থাঙাল জেনেৰেল আৰু ওপৰ খাপৰ ৰাজকৰ্ম্মচাৰী কেইজনমান উপস্থিত আছিল।

যুবৰাজ টিকেন্দ্ৰজিৎ আৰু থাঙাল জেনেৰেলে হিন্দী ভাষাত কথা কব পাৰিছিল। যুবৰাজে অতি ভদ্ৰতাৰে অভ্যাগতসকলক সম্ভাষণ জনালে; আৰু প্ৰতিজনৰে লগত কৰমৰ্দ্দন কৰি এইদৰে কথা হ'ল;

"আপলোক আচ্ছা হ্যায় ?"

গ্ৰিমউড চাহাবক সুধিলে, "মেম চাহাব আচ্ছা হ্যায় ?"

গ্ৰিমউডঃ- মেম চাহাব বহুত আচ্ছা হ্যায়।

যুবৰাজঃ—( চিফ্ কমিছনাৰক ) হম বিমাৰ থা, আপ কুচ খেয়াল নাহি কৰকে চৰকাৰকা সাথ বহুত দিনকা দোস্তী এক-দমসে লোকচান কৰ দিয়া; নাহক লড়াই কৰকে দোনো তৰফকা আদমি লোকচান কিয়া।

চিফ্ কমিঃ—যো হুৱা তো হুৱা; অভি ৰাতমে হামলোগ কোহিমা জানে মাঙতা।

যুবৰাজঃ—বহুত আচ্ছা; ৰাতমে জানেকা ক্যা কাম ? কাল ফজিৰ যাইয়ে; আপলোগ আওৰ মেমচাহাবকা ওৱাস্তে কুলী, বেগাৰ, দোলা হাম দেঙ্গে।

চিম্প্‌চন্ঃ—ঝুঁট বাত্।

গ্ৰিমউডঃ—হামলোগকা ঘোঁৰা হ্যায়; কুলী, বেগাৰ নাহি মাঙতা। আপ গোলমাল নাহি কৰনেছে হামলোগ আভি চলা যায়গা।

যুবৰাজ :—চাহাব লোগোকা যেইচা খুচি, যানেচে যায়ে ৰহনেচে ৰহিয়ে। হাম্ কুচ গোলমাল পহেলেভি নাহি কিয়া। আভি ভি নাহি কৰেগা; লেকিন্ চিফ্ কমিছনাৰ চাহাবকা বাতপৰ হামৰা এতওয়াৰ-নাহি হোঁতা। ক্যা জানে পিছে আপ্ লোগ গোলমাল কৰেগা।

চিফ্ কমি :—কাহে নাহি এতওয়াৰা হোতা ?

যুবৰাজ :—চাহাব, আপ পহেলে খবৰ দিয়া টামু যায়গা; পিচে বোলা দৰবাৰ কৰেগা, জিচ্ মে ফাঁকি কৰকে হঁমকো কয়েদ কৰনেকো মতলব থা। পিছে ওহি মতলব সে নাচ দেখ্ নে মাঙা, হামলোগকো ভি নিমন্ত্রণ কিয়া। পিছে বোলা কোহিমা যায়গা—৪০০ কুলীভি মাঙা; পিছে ৰাত্ ৰহনেমে লড়াই সুৰু কিয়া।

গ্রিমউড :—চিফ্ কমিছনাৰ চাহাব চৰকাৰকা হুকুমসে ইচ্ মাফিক কিয়া। আওৰ কুচ নাহি কৰেগা।

যুবৰাজ :—ক্যা জানে; নাহি কৰেগা বোলকে চলা যায়গা, হামলোগ শোয়েগা; ফিৰ ৰাতমে আয়কে গোলী চলায়গা। এক কাম কৰিয়ে, আপলোগকা বন্দুক, হাতিয়াৰ, ছোৰকে যাইয়ে। হাম্ আপনা আদমি দেকে সাথ সাথ কোহিমা পহুচাঁয় দেগা।

চিম্প্ চন্ :—ঝুঁট বাত !

যুবৰাজ :—হামাৰা সব ঝুঁট বাত, তুহাৰা সব সচ্ বাত। ঝুট বাত, তব পুচনেকো কাহে আয়া ?

চিফ্ কমি :—মহাৰাণীকা হাতিয়াৰ, বন্দুক হাম দেনে নাহি সক্তা।

যুবৰাজ :—গোলী গাট্টা তোজদান দিজিয়ে।

কর্ণেল স্কিন্ :—সোভি চৰকাৰী, নাহি দেনে সক্তা।

যুবৰাজ :—তব হাম্ মহাৰাজ আওৰ মন্ত্রীলোগকো পুচকে কাল কহেঙ্গে

চাহাবসকল :—হামলোগ আভি চলা যায়গা।

যুবৰাজ :—আপলোগকা খুচি।

এইদৰে অলপ পৰ চুটি কথা হোৱাৰ পিচত চাহাব কেইজনক পদূলি মুখলৈ আগুৱাই থবলৈ সেনাপতিক নির্দ্দেশ দি

যুবৰাজ তোপগাৰদৰ ফালে গুচি গ'ল। সেনাপতিৰ সৈতে চাহাব সকলে দৰবাৰ গৃহৰ পশ্চিম দুৱাৰেদি খোজ ললে।

আগতে ইমানবোৰ ঘটনা হৈ যোৱাৰ কাৰণে যে পৰস্পৰে পৰস্পৰৰ প্ৰতি বিশ্বাস হেৰুৱাইছিল, তাঁত কোনো সন্দেহ নাই। ইংৰাজৰ কপট আচৰণ, আৰু নিষ্ঠুৰতাৰ ফলত মণিপুৰী সকলে নিজ ঘৰ-দুৱাৰ আত্মীয়-স্বজন হেৰুৱাই ক্ৰোধত ক্ষিপ্ত হৈ আছিল। এনেতে ইংৰাজ কেইজন ৰাজপুৰি সোমোৱা দেখি জনতাৰ মনত এটা নতুন বিকাৰৰ সৃষ্টি হৈছিল। উত্তেজিত মণিপুৰীয়ে হিংসাৰ প্ৰতিহিংসা আচৰিবলৈ মাত্ৰ সুযোগ বিচাৰি আছিল। যুবৰাজ অদৃশ্য হোৱাৰ লগে লগে সেই ঠাইত লোকাৰণ্য হ'ল। জনতাৰ মাজৰ পৰা এজনে সাউৎ কৰে পিচফালৰ পৰা সুতীক্ষ্ম বল্লমেৰে হানি থিতাতে গ্ৰিমউডক হত্যা কৰিলে। আন এজনে তৰোৱালেৰে চিম্প্‌চন্‌ক আঘাত কৰিলে, চিম্প্‌চন্‌ পৰি গ'ল। আন ইংৰাজ তিনিজনে প্ৰাণৰ ভয়ত কোনোমতে গৈ দৰবাৰ গৃহৰ চিৰিৰ ওপৰত উঠিল। 'হত্যাৰ বিনিময়ত হত্যা' বুলি চিয়ঁৰি প্ৰতি হিংসাপৰায়ণ মণিপুৰীয়ে এওঁলোকক বেৰি ধৰিলে। এই উন্মত্ত জনতাৰ মাজেৰে চাহাব কেইজনক পদুলিমুখ পৰ্য্যন্ত আগুৱাই নিবলৈ সেনাপতিৰ সাহস নহল।

ঘোৰ আৰকাল শুনি ভিতৰৰ পৰা যুবৰাজ ওলাই আহিল আৰু উশৃঙ্খল জনতাৰ এই ভয়ঙ্কৰ কাৰ্য্য দেখি তেওঁ বিমূঢ় হ'ল। শত্ৰু হলেও নিৰস্ত্ৰ আত্মসমৰ্পণকাৰীক এইদৰে অতৰ্কিতে আক্ৰমণ কৰা ন্যায় আৰু বিধিসঙ্গত নহয় বুলি জনতাক তেওঁ দঢ়াই কলে আৰু যুদ্ধ স্থগিত হৈ আছে যেতিয়া, সৈনিক সকলক বিৰত হৈ থাকিবলৈও লগতে সতৰ্ক কৰি দিলে। কিন্তু সেই মুহূৰ্ত্তত উত্তেজনাৰ বশবৰ্ত্তী হৈ জনতাই যুবৰাজৰ উপদেশলৈ কৰ্ণপাত নকৰিলে। এই গুৰুতৰ অৱস্থা বুজিব পাৰি যুবৰাজে ইংৰাজ কেইজনৰ নিৰ্ব্বিঘ্নতাৰ বাবে বৰ বিমোৰত পৰিল। তেওঁ ভাবিলে, শান্ত অৱস্থা অহালৈকে এওঁলোকক পহৰা দি ৰাখিব পাৰিলে শঙ্কা আঁতৰি যাব। আহত চিম্পচন্‌ আৰু আন চাহাব কেইজনক তেওঁ দৰবাৰ গৃহৰ ভিতৰলৈ নিয়ালে আৰু তেওঁ-

লোকৰ তত্ত্বাৱধান লবলৈ সাত্ৰাসিং চুবেদাৰক নিৰ্দ্দেশ দিলে। তদুপৰি সেনাপতি অঙ্গৌসিংহক যুবৰাজে আদেশ দিলে যে তেওঁৰ অধীনত ৮ জন সসস্ত্ৰ সৈনিকে ওৰে ৰাতি দৰবাৰ গৃহ সুৰক্ষিত কৰি ৰাখিব। এইদৰে আশ্ৰিত সকলৰ নিৰাপদৰ বাবে যথাসম্ভৱ আয়োজন সমাপ্ত কৰি অবসাদক্লিষ্ট যুবৰাজ বিশ্ৰামৰ কাৰণে ভিতৰলৈ গ'ল। দৰবাৰ গৃহৰ ভিতৰত থাকিল অসমৰ চিফ্-কমিছনাৰ কুইন্টন (Quinton), তেওঁৰ সৈন্যবাহিনীৰ অধিনায়ক কৰ্ণেল স্কিন্ (Col. Skene), তেওঁৰ চেক্ৰেটাৰী কজিনচ্ (Mr. Cossins), অৰ্দ্ধমৃত লেফ্টেনেণ্ট চিম্প্চন (Lt. Simpson) আৰু বিউগল্দাৰ এজন—এই দুৰ্ভগীয়াসকল। এই ভয়ঙ্কৰ আবৰ্ত্তনৰ মাজত প্ৰতিহিংসাৰ অগনি বুকুত সাবটি লৈ বিচৰণ কৰিছিল থাঙাল জেনেৰেল। ৰক্তপাতেই যাৰ জীৱনৰ সকলো সমস্যা সমাধান কৰিছিল সেইজন অমাৰ্জ্জিত বৃদ্ধ মন্ত্ৰীয়ে সেই সমস্যাপূৰ্ণ মুহূৰ্ত্তৰ কৰ্ত্তা হ'ল।

ইংৰাজৰ পৰাক্ৰম সম্পৰ্কে এওঁৰ যথেষ্ট জ্ঞান আছিল, এওঁ জানিছিল—বৃটিছ গবৰ্ণমেণ্টৰ আক্ৰমণৰ বিৰুদ্ধে মণিপুৰ তিষ্ঠিব নোৱাৰে। কিন্তু পৰৰাষ্ট্ৰ আক্ৰমণ কৰি ইংৰাজে যি আচৰণ দেখুৱালে তাৰ পৰা এওঁৰ দৃঢ় বিশ্বাস জন্মিল যে ভবিষ্যতে ইংৰাজৰ সৈতে সদ্ভাৱ স্থাপন কৰা আকাশ-কুসুম। গতিকে হাতৰ মুঠিত পোৱা শত্ৰুক নিপাত কৰিবলৈ তেওঁৰ মনত ধাউতি জাগিল (১)। এই গুৰুতৰ কাৰ্য্য সম্পন্ন কৰিবলৈ তেওঁ প্ৰথমতে দ্বিধাবোধ কৰিছিল; এনেতে এই যুদ্ধত পুত্ৰহাৰা বৃদ্ধ এজনে মন্ত্ৰীৰ ওচৰলৈ আহি যেতিয়া সকাতৰে প্ৰতিহিংসাৰ দাবী জনালে তেতিয়া বৃদ্ধ থাঙালৰ অন্তৰত উমাই থকা প্ৰতিহিংসাৰ

---

(১) মণিপুৰী ভাষাত লিখা প্ৰাচীন পুৰাণত হেনো লিখা আছে যে মণিপুৰ ৰাজ্য বেদখল কৰাৰ কাৰণে এটা বিদেশী জাতিয়ে যুদ্ধ কৰিব। যদি ৰণচণ্ডীদেৱীৰ উদ্দেশ্যে পাঁচজন বগা মানুহক বলি দিয়া যায়, তেনে হলে দেৱী সন্তুষ্ট হব আৰু যুদ্ধত মণিপৰৰ জয় হব। বৰ্ত্তমান ক্ষেত্ৰত বগা শত্ৰুৰ লগত যুদ্ধ হোৱাৰ ফলত পাঁচজন বগামানুহ নিজে আহি ধৰা দিছেহি। ই পুৰাণৰ কথাৰ লগত মিলি গৈছে; গতিকে সেই সুযোগ মিলিছে বুলি ভাবি এই পাঁচজনক বলি দি মণিপুৰী সকলে পুৰাণৰ ভবিষ্যদ্বাণী সফল কৰিবলৈ দৃঢ় সংকল্প কৰিলে। মণিপুৰী ভাষাত ইয়াৰ তাৎপৰ্য্য "শাবাংলা অঙৌবা মকোক তাগনি।"

বহ্নি জ্বলি উঠিল। সেই মুহূৰ্ত্তে তেওঁ সংকল্প কৰিলে, প্ৰাণৰ বিনিময়ত বন্দীহঁতৰ প্ৰাণ লোৱা হব।

থাঙাল জেনেৰেলৰ এই গুৰুতৰ অভিপ্ৰায় বুজিব পাৰি, চুবেদাৰ যাত্ৰাসিং আৰু তোপগাৰদাৰ কৰ্ম্মচাৰী লালুপ চিংবা উচ্ছবাই গৈ যুবৰাজক সংবাদ দিলে যে, অচিৰাৎ থাঙাল জেনেৰেলে বন্দী কেইজনৰ হত্যাৰ আদেশ দিব। এই বাতৰি শুনি অসুস্থ যুবৰাজ অধীৰ হৈ উঠিল। তেওঁৰ অসুস্থতা চত্বেও থাঙালক সতৰ্ক কৰিবলৈ তেওঁ অন্দৰমহল এৰি তোপগাৰদলৈ আহিল। অহাৰ আগতে বাৰ্ত্তাবাহীসকলক কৈ পঠালে,—"বন্দী সম্পৰ্কে ইপুই (পিতামহ) যেন কোনো সিদ্ধান্ত কাৰ্য্যত পৰিণত নকৰে।" যাত্ৰাসিংহ আৰু উচ্ছবাৰ মুখত যুবৰাজৰ নিৰ্দ্দেশ শুনি থাঙালে তেওঁক "নিৰ্ব্বোধ" বুলি আখ্যা দিছিল। যুবৰাজ ওলাই আহি থাঙালৰ অভিপ্ৰায়ৰ বিপৰীতে তেওঁৰ সৈতে বহু বাক-বিতণ্ডা কৰিলে। যুবৰাজৰ এই ব্যৱহাৰত থাঙাল ক্ৰুদ্ধ হ'ল। যুবৰাজৰ ইংৰাজৰ প্ৰতি ভালপোৱাটো অযুক্তিকৰ বুলি থাঙালে তেওঁৰ কথাৰ প্ৰতিবাদ কৰিলে ; আৰু অৱশেষত যুবৰাজৰ সৈতে বিতৰ্ক এৰি নিমাত হৈ থাকিল। থাঙালৰ গহীন মূৰ্ত্তি দেখি যুবৰাজে ভাবিলে, থাঙালে, তেওঁৰ ভীষণ পৰিকল্পনা পৰিত্যাগ কৰিছে আৰু সেয়ে শুদ্ধচিত্তে মৌন হৈছে। তেওঁ জামাদাৰ উচ্চবাক প্ৰহৰীৰূপে বন্দীকেইজনৰ প্ৰতি বিশেষ লক্ষ্য ৰাখিবলৈ নিৰ্দ্দেশ দিয়ে আৰু অলপ সময় পিচত তেওঁ অবশ হৈ সেই ঠাইতে টোপনিত পৰে। থাঙাল প্ৰকৃততে শান্ত হোৱা নাছিল ; যুবৰাজৰ সৈতে সংঘৰ্ষ নোহোৱাকৈ কিদৰে এই বিষম কাৰ্য্য সমাপন কৰিব পাৰে, তাৰ মাত্ৰ সুযোগ বিচাৰি আছিল। যেতিয়াই তেওঁ দেখিলে যে যুবৰাজ গভীৰ ভাবে শুই পৰিছে, তেওঁৰ সংকল্প সজীব হৈ উঠিল। তেওঁৰ বিশ্বাসী লগুৱা ইয়ুংখোইবাৰ হতুৱাই অতি গোপনে ঘাতক ধনসিংহক মতাই আনি কলে যে, বন্দী কেইজনৰ মৃত্যুদণ্ড বিধান কৰা হৈছে, গতিকে সি অতি শীঘ্ৰে ইয়াক কাৰ্য্যত পৰিণত কৰিব লাগে। এইবুলি তেওঁ বন্দী কেইজনক শেষ কাৰ্য্যৰ বাবে ঘাতকৰ হাতত অৰ্পণ কৰিলে। ঘাতকে বন্দী কেইজনক এজন এজনকৈ শিকলিৰে

বান্ধি জোনাকৰ পোহৰত ড্ৰেগনমূৰ্ত্তিৰ সমুখলৈ নি শিৰচ্ছেদ কৰিলে।

মাজনিশা এই হত্যাকাণ্ডৰ পিচত ইংৰাজ ৰেচিডেন্সিত বাতৰি পালে যে চিফ্ কমিছনাৰৰ সৈতে গোটেই কেইজনে ৰাজহাউলিত বন্দী হৈছে। যিবোৰ ইংৰাজ সামৰিক বিষয়া আৰু সৈনিকে পৰাস্ত হৈ ৰেচিডেন্সিত আশ্ৰয় লৈছিল, এওঁলোকে বন্দীৰ মুক্তিৰ অইন উপায় নেদেখি পুনৰ ৰাজহাউলি অভিমুখে গুলী চলাব ধৰিলে। কিন্তু বিপৰীত ফালৰ পৰা কামানৰ গোলাত এওঁলোকৰ চেষ্টা নিস্ফল হ'ল। অবিৰাম গোলা-গুলী যেতিয়া জাউৰিয়ে জাউৰিয়ে ৰেচিডেন্সিত পৰিব ধৰিলে তেতিয়া ইংৰাজ পক্ষৰ অন্তৰত আতঙ্কৰ সৃষ্টি হ'ল যে ৰেচিডেন্সি ভস্মীভূত হবলৈ আৰু বেচি পলম নাই। গতিকে সেই মুহূৰ্ত্ততে এওঁলোকে মণিপুৰ এৰি কাছাৰলৈ পলোৱাৰ আয়োজন কৰিলে। এওঁলোকে তেতিয়াও বন্দী সকলৰ মৃত্যু সংবাদ পোৱা নাছিল। এওঁলোকে ভাবিছিল— অৱশ্যম্ভাৱী সন্ধিৰ পিচত বন্দী কেইজনে মুক্তি পাব যেতিয়া, এওঁলোকে অনৰ্থক বৈ থাকি বিপদগ্ৰস্থ হোৱা যুক্তি সঙ্গত নহয় (১)।

ইংৰাজ ৰেচিডেন্সিত একমাত্ৰ মহিলা আছিল মিচেচ্ গ্ৰিমউড্ (Mrs. Grimwood).। চিফ্ কমিছনাৰ সদলে অহাৰ কেইবা-দিন আগৰে পৰা অতিথি সকলৰ অভ্যৰ্থনাৰ বাবে এওঁ পাৰেমানে আয়োজন কৰিছিল: চিফ্ কমিছনাৰ অহাৰ পিচত ৰাজকীয় ৰীতি নীতি এওঁৱেই নিয়ন্ত্ৰণ কৰিছিল। ভয়ানক যুদ্ধৰ মাজতো সামৰিক বিষয়া সকলৰ তত্ত্বাৱধান লৈছিল অকল এওঁৱেই। তদুপৰি ৰেচিডেন্সিত যেতিয়া আহত সৈনিক সকলক ঠাই দিয়া হয় তেতিয়া সেই আহত সকলৰ শুশ্ৰূষা আৰু প্ৰতিপালনৰ সম্পূৰ্ণ ভাৰ পৰিছিল এওঁৰ ওপৰত। সম্ভৱতঃ এওঁৰ অন্তৰত ধাৰণা আছিল যে, চিফ্ কমিছনাৰৰ সৈতে এওঁৰ স্বামী আৰু আন

---

(১) We knew that our chance lay in retreating, as that move had been meditated by Colonel Skene early in the evening, before the truce had taken place; So after an hour had gone by, the doctor began moving the wounded out of the Cellar, as an immediate retreat had been decided upon.

—P. 227. My three years in Manipur—by Mrs. Grimwood.

আন বিষয়া কেইজন আলোচনাৰ বাবে যেতিয়া ৰাজপুৰিলৈ যায় তেতিয়া এওঁ তাত উপস্থিত থাকিলে উভয় পক্ষৰ সম্মিলনত সহায় কৰিব পাৰিব। তেওঁ স্বামীৰ সৈতে যাবলৈ অনুমতি বিচাৰিছিল, কিন্তু গ্ৰিমউডে ভগবানৰ নামত তেওঁক অভয় দি তেওঁলোকৰ সঙ্গিনী হবলৈ অনুমতি নিদিয়াত, তেওঁৰ সেই বাঞ্ছা পূৰণ নহল।

পলায়নৰ পূৰ্ব্বে আধামৰা আহত সৈনিক কেইজনক ৰেচিডেন্সিৰ গাতৰ পৰা উলিয়াই ললে; সেই অৱস্থাতে লেফ্টেনেণ্ট ব্ৰেকেণবেৰিৰ মৃত্যু হয়। বাকী কেইজনক ভাৰীৰ কান্ধত দি কেপ্তেইন বুচ্ছাৰ, মেজৰ উড্চ্ আৰু ২০০ সৈনিকেৰে সৈতে ২৫ মাৰ্চ্চ তাৰিখে ৰাতি ২ বজাত ইংৰাজ বাহিনী ৰাজধানী পৰিত্যাগ কৰিলে। মণিপুৰীয়ে বাটত আক্ৰমণ কৰি ঘোৰ বিপদগ্ৰস্থ কৰিবৰ ভয়ত এওঁলোকে ৰাজ বাট এৰি পানীয়ে বামে পৰ্ব্বতৰ মাজে মাজে কাছাৰ অভিমুখে ৰওঁনা হ'ল। পলায়মান ইংৰাজ বাহিনীক অনুসৰণ কৰাৰ অভিপ্ৰায় মণিপুৰী সকলৰ নাছিল। মণিপুৰী সকলৰ উদ্দেশ্য আছিল লাভৰ আশাত ৰেচিডেন্সি লুট কৰা। ইংৰাজে ৰেচিডেন্সি ত্যাগ কৰাৰ লগে লগে মণিপুৰবাসীয়ে ৰেচিডেন্সি লুট কৰি তাত জুই লগাই দিলে। সেই জুয়ে দিগন্ত পোহৰাই তুলিলে।

কামানৰ শব্দত যুবৰাজে হঠাৎ সাৰ পায় আৰু যুদ্ধ স্থগিত হোৱাৰ পিচত আকৌ সেই অস্ত্ৰ প্ৰয়োগৰ কাৰণ সোধে। তেতিয়া তেওঁ হত্যাকাণ্ডৰ বাতৰি জানিব পাৰিলে। তেওঁৰ টোপনিৰ মাজতে ইমানবোৰ দুৰ্ঘটনা হৈ যোৱা শুনি তেওঁ বিচুৰ্ত্তি খালে। বিশেষকৈ তেওঁ যেতিয়া শুনিলে যে, থাঙাল জেনেৰেলৰ আজ্ঞাত বন্দী কেইজনক হত্যা কৰা হৈছে, তেতিয়া দুখত তেওঁ দো খাই পৰিল। ইতি পূৰ্ব্বে থাঙালে সেই ঠাই পৰিত্যাগ কৰি নিজ ঘৰলৈ গৈছিল। তেওঁৰ এই কাৰ্য্যত যুবৰাজ বিতত্ত হ'ল। নিৰুপায় হৈ তেওঁ ৰজা কুলচন্দ্ৰৰ ওচৰলৈ গৈ আদ্যোপান্ত ঘটনা বৰ্ণাই কলে; ৰজাই থাঙালৰ এই নিষ্ঠুৰ কাৰ্য্যৰ অনুসন্ধান কৰি তেওঁৰ কৈফিয়ৎ ললে। কিন্তু থাঙালে যি কোনো কৈফিয়ৎ দিলেও তেওঁৰ বিৰুদ্ধে শাস্তিমূলক ব্যৱস্থা লোৱা ৰজাৰ পক্ষে সম্ভৱ নাছিল। বিশেষকৈ ৰাজ্যৰ এই ঘোৰ সঙ্কটত থাঙালক

উত্তেজিত কৰিলে তাৰ অশুভ পৰিণাম বুজিব পাৰি ৰজাই বাধ্য হৈ নিমাতে থাকিল। কাৰো বুজিব বাকী নেথাকিল যে, এই হত্যাকাণ্ডৰ প্ৰতিক্ৰিয়া স্বৰূপে বৃটিছৰ হাতত মণিপুৰৰ পতন অনিবাৰ্য্য।

ইংৰাজ কেইজনৰ হত্যা আৰু দুৰ্দ্দশাগ্ৰস্ত ইংৰাজ বাহিনীৰ পলায়ন সম্পৰ্কীয় কোনো বাতৰি তুৰন্তে বাহিৰলৈ ওলাব পৰা নাছিল। আনকি, এই দুৰ্ঘটনাৰ বাতৰি যথা সময়ত কোহিমাও পোৱা গৈ নাছিল। তাৰ ঘাই কাৰণ, যুদ্ধৰ লগে লগে মণিপুৰত ভয়ানক অৱস্থাৰ সৃষ্টি হোৱাত, বাটত মণিপুৰী আৰু নগাৰ আক্ৰমণ সন্দেহ কৰি কোনেওঁ কলৈকো ওলাব নোৱাৰা হয়। দ্বিতীয়তে, দুৰ্ঘটনাৰ পাতনিৰ দিনা (২৩ মাৰ্চ্চ তাৰিখে) আবেলি টেলিগ্ৰাফ্ চুপাৰিণ্টেণ্ডেণ্ট মেলভিল (Melville) চাহাব আৰু চিগ্নেলাৰ ওব্ৰায়েন্ (O'Brayen) চাহাব ইম্ফলৰ পৰা কোহিমা অভিমুখে যাওঁতে মায়খাং থানাৰ ওচৰত নগাইঁতে দুয়োকো হত্যা কৰে। ফলত, বাতৰি সৰবৰাহৰ যান্ত্ৰিক ব্যৱস্থা তেনেই অচল হয়। ইতিমধ্যে চিফ্ কমিছনাৰৰ নিৰ্দ্দেশানুসৰি কেপ্তেইন কাউলীৰ (Capt. Cowley) অধীনত ২০০ গুৰ্খা সৈন্য কাছাৰৰ পৰা ইম্ফল অভিমুখে যাত্ৰা কৰিছিল। ইম্ফলৰ পৰা ৩০ মাইল দূৰৈত লাইমাটোল নামেৰে পৰ্ব্বতৰ নামনিত এই সৈন্যদলৰ সৈতে ইম্ফলৰ পৰা পলোৱা ইংৰাজ বাহিনীৰ প্ৰথম সাক্ষাত হয়। উভয় দলে লগহৈ মণিপুৰ অভিমুখে যাত্ৰা নকৰি কাছাৰলৈ উলটি গ'ল। মণিপুৰৰ পৰা পলাই যোৱা সৈনিক সকলৰ মুখত ভীষণ যুদ্ধৰ বাতৰি শুনি কাউলীৰ সৈন্যদলে যে আতঙ্কিত হৈছিল তাত সন্দেহ নাই। তদুপৰি মিচেচ্ গ্ৰিমউডে স্বীকাৰ নকৰিলেওঁ, এওঁ যে, সৈন্য সকলৰ পক্ষে এৰিব নোৱাৰা ভাৰ-বোজা যেন হৈছিল আৰু এওঁৱে যে ইংৰাজ বাহিনীৰ মণিপুৰৰ পৰা পলোৱাৰ অন্যতম কাৰণ—সি নিশ্চয়। মিচেচ গ্ৰিমউডে কিন্তু, তেওঁ এই পলায়নৰ কাৰণ নহয় বুলি সমালোচনাৰ পৰা নিষ্কৃতি পাবলৈ, ইংৰাজ ৰমণীৰ বীৰত্বৰ কথা যি দৰে প্ৰকাশ কৰিছে সেই কথা উল্লেখ

যোগ্য (১)। সেয়ে এওঁলোকে বন্দীসকলৰ উদ্ধাৰৰ কথা নাভাবিলে. লগতে আৰু আগুৱালে পৰাজয় অনুমান কৰি, কাছাৰলৈ পিচ হুহকে। ৩১ মাৰ্চ্চ তাৰিখে এই সৈন্যদলে যেতিয়া জিৰি নদী পাৰ হৈ কাছাৰৰ ইংৰাজৰ অধিকৃত ঠাইত সোমায়, তেতিয়াহে মণিপুৰ সংঘৰ্ষণৰ বাতৰি প্ৰকাশ পায়। কিন্তু তেতিয়াওঁ বন্দী কেইজনৰ অৱস্থা সম্পৰ্কে কোনেও একো সঠিক ধাৰণা কৰিব পৰা নাছিল। হাবি পৰ্ব্বতৰ মাজেদি যি কিছুমান বেপাৰী মানুহ কোহিমাৰ ফালে পলাই আহিছিল সেই মানুহ বিলাকেওঁ হত্যা সম্পৰ্কে সঠিক সংবাদ দিব পৰা নাছিল। তেতিয়াওঁ মাত্ৰ এই জনৰব প্ৰচাৰ হৈছিল যে, আন ইংৰাজ কেইজনৰ সৈতে অসমৰ চিফ্ কমিছনাৰ মণিপুৰত বন্দী হৈ আছে। এই অনুমানত কোহিমাৰ ডেপুটিকমিছনাৰ ডেভিচ্ (Mr.Davis) চাহাবে মণিপুৰৰ মহাৰজাক সতৰ্ক কৰি এইদৰে এখন চিঠি পঠিয়াইছিল, "মিঃ কুইণ্টন, অন্যান্য চাহাব আৰু সকলো চৰকাৰী বিষয়াক মোকলাই দিব, অন্যথায় গুৰুতৰ ফল ভোগ কৰিব লাগিব।" মিচেচ্ গ্ৰিমউড আৰু তেওঁৰ লগৰীয়া সকলে এই হত্যাৰ সঠিক সংবাদ পায়, তেওঁলোকে কাছাৰ আহি পোৱাৰ এক সপ্তাহ পিচত। মিচেচ্ গ্ৰিমউডে হেনো বন্দী কেইজনৰ হত্যা সম্পৰ্কে ৰিজেণ্ট কুলচন্দ্ৰৰ পৰা পোৱা চিঠি এখনত এই সংবাদ পাইছিল। বিশ্বাস, সেই চিঠিত কুলচন্দ্ৰই বন্দী কেইজন যুদ্ধত হত হোৱা বুলি লিখি পিচত আকৌ তেওঁৰ (কুলচন্দ্ৰৰ) অজ্ঞাতে যুবৰাজে বধ কৰা বুলি লিখিছিল। এই চিঠিখন ৰিজেণ্ট কুলচন্দ্ৰই কেতিয়া কালৈ লিখিছিল, মিচেচ গ্ৰিমউডে সেইটো

---

(১) I think the honour of England is as dear to us women as it is to the men; and though it is not our vocation in life to be Soldiers, and to fight for our country, yet, when occasion offers, I have little doubt that the women of England have that in them which would enable them to come out of any dilemma as nobly and honourably as the men, and with just as much disregard for their own lives as the bravest soldier concerned.

(P. 273—My three years in Manipur—By Mrs. Grimwood).

স্পষ্টকৈ লিখা নাই। তাৰ উপৰিও, মিচেচ গ্ৰিমৃউডে "মোৰ বিশ্বাস" এই কথাষাৰ তেওঁৰ উক্তিত লগাই দি যুবৰাজৰ ওপৰত যে সন্দেহ আৰোপ কৰিছিল সেইটো প্ৰমাণ কৰিছে। যথাৰ্থতে ৰজা কুলচন্দ্ৰই যুবৰাজ টিকেন্দ্ৰজিতক হত্যাৰ অপৰাধত অপৰাধী কৰিছিল বুলিবৰ সত্যতা নাই।

চিফ্ কমিছনাৰ আৰু ইংৰাজ সামৰিক বিষয়াসকলে অবিচাৰ আৰু অবিবেচনাৰে যুদ্ধ নীতিৰ বিপৰীতে গৈ ৰাতি ৰাজভবন আৰু নগৰৰ ওপৰত ইংৰাজ বাহিনী জাপি দি যি উৎপীড়ন আৰু হত্যাকাণ্ডৰ সৃষ্টি কৰিছিল, তাৰ ফল স্বৰূপে ক্ষিপ্ত জনতাৰ উত্তেজনাৰ পৰা মণিপুৰত ভীষণ ঢুৰ্ঘটনা হৈছে বুলি, ৰজা কুলচন্দ্ৰই ভাৰত গৱৰ্ণমেণ্টলৈ তাঁৰ যোগে সমাচাৰ পঠিয়ালে। কিন্তু এনেবোৰ উক্তিৰে বৃটিছ গৱৰ্ণমেণ্টৰ পৰা ৰজাই সুবিচাৰৰ আশা নেদেখিলে। বৰং ইমানলৈ ইংৰাজে মণিপুৰ গ্ৰাস কৰিবলৈ যি সুযোগ পোৱা নাছিল, অশেষ ক্ষতি হলেও এতিয়া ইংৰাজৰ সেই সুযোগ মিলিল। অলপো বিলম্ব নকৰি ইংৰাজে মণিপুৰৰ বিৰুদ্ধে কঠোৰ ব্যৱস্থা হাতত ললে।

মণিপুৰৰ পৰা চাৰি মাইল দক্ষিণে ইংৰাজৰ লাংঠাবাল কুঠীত তেতিয়া ৪৩ পল্টনৰ মাত্ৰ ৩৫ জন সৈনিক পহৰাৰ কামত নিযুক্ত আছিল। ২৪ মাৰ্চ্চ তাৰিখে ঘটনাৰ দিনা কৰ্ণেল স্কিনে (Col. Skene) এওঁলোকক ইম্ফল যুদ্ধত সহযোগ কৰিবলৈ আদেশ দিছিল। কিন্তু মণিপুৰীয়ে বাধা দিয়াত এওঁলোকে কোনো প্ৰকাৰে ইম্ফললৈ আগুৱাব নোৱাৰিলে। ঘটনাৰ পিচত এই সৈনিক কেইজনে বহু বিলাই বিপত্তি সহি ২৭ মাৰ্চ্চত টামুলৈ গৈ তাৰ সামৰিক বিষয়া লেফ্টেনেণ্ট গ্ৰেণ্টক (Lt. Grant) মণিপুৰৰ বিপদ বাতৰি জনায়। এই সৈনিক কেইজনেও বন্দীকেইজনৰ হত্যাৰ কথা নাজানিছিল। বিপদগ্ৰস্থ চিফ্ কমিছনাৰক সহায় কৰিব পাৰিব বুলি মাত্ৰ ৮০ জন সৈনিক লগত লৈ গ্ৰেণ্ট্ চাহাবে টামুৰ পৰা অতি শীঘ্ৰে মণিপুৰ অভিমুখে যাত্ৰা কৰিলে। ইম্ফলৰ পৰা ১৪ মাইল দূৰৰ থোবাল নামৰ ঠাইত মণিপুৰী সৈন্যবোৰৰ সৈতে গ্ৰেণ্টৰ প্ৰথম সংঘৰ্ষণ হয়। অতি তাকৰীয়া সৈন্য লৈ দহদিনলৈ যুঁজি ৰচদ আৰু আৱশ্যকীয় সামগ্ৰীৰ অভাৱত গ্ৰেণ্টে পিচুৱাবলৈ

বাধ্য হয়। তেওঁ সামৰিক কর্তৃপক্ষৰ পৰা নির্দ্দেশ পাইছিল— উপযুক্ত সহায় নাপায় মানে যেন তেওঁ আগ নেবাঢ়ে। চতুৰ আছিল এই গ্রেন্ট্ চাহাব। তেওঁ ভাবিছিল যে, মণিপুৰৰ বিপক্ষে ইংৰাজ পক্ষৰ এটা বিৰাট সামৰিক অভিযানৰ বাতৰি প্রচাৰ কৰিব পাৰিলে ভগ্নোদ্যম হৈ মণিপুৰীসকলে অচিৰাৎ যুদ্ধৰ আশা এৰিব। আড়ম্বৰবহুল বিপুল ইংৰাজ সৈন্যবাহিনী এটা টামুৰ পথেৰে মণিপুৰ আক্রমণ কৰিবলৈ আগ বাঢ়িছে বুলি তেওঁ প্রচাৰ কৰিলে। লগতে তেওঁৰ সৈন্য বাহিনীৰ আগত এটা মিছা নাম সংযোগ কৰিলে আৰু নিজ নামৰ সলনি, তেওঁ নিজে কর্ণেল হাউলেট্ নাম গ্রহণ কৰিলে। কিন্তু তেওঁৰ এই চতুৰালি কার্য্যকৰী নহ'ল। মণিপুৰীয়ে যুঁজ এৰি নিদিয়াত তেওঁ অতিষ্ঠ হৈ পিচুৱাবলৈ বাধ্য হ'ল। মণিপুৰীয়ে তেওঁৰ পিচ ললে। এনেতে ব্রহ্মদেশৰ পথেৰে কর্ণেল প্রেচ্ গ্রেভৰ (Col. Presgrave) অধীনত সৈন্যবাহিনী মণিপুৰ অভিমুখে যাত্রা কৰে। পেলেলত এই বাহিনীক লগ পাই গ্রেন্ট মণিপুৰীৰ আক্রমণৰ পৰা ৰক্ষা পৰে।

এইবাৰ যি কোনো কাৰণত যাতে যুদ্ধৰ আয়োজন ব্যর্থ নহয় তাৰ বাবে তিনিফালৰ পৰা মণিপুৰ আক্রমণ কৰিবলৈ বৃটিছ গবর্ণমেণ্টে নির্দ্দেশ দিলে। পর্ব্বতীয়া জাতিবোৰে মণিপুৰৰ সহযোগী হব বুলি বৃটিছ গবর্ণমেণ্টে মনে মনে আশঙ্কা কৰিছিল। সেই কাৰণে সাধাৰণ অস্ত্র-সস্ত্র আৰু ৰচদ আদিৰ বাহিৰেও ইংৰাজ পক্ষই হাতীৰ পিঠিত কামান সাজু কৰি লৈ এই অভিযানৰ বাবে সাজু হৈছিল। আচনি অনুসৰি ব্রহ্মদেশ, কাছাৰ আৰু কোহিমাৰ মাজেদি তিনিটা বিৰাট বাহিনী ইম্ফল নগৰ লক্ষ্য কৰি আগ বাঢ়িলে। এই অভিযানৰ অধ্যক্ষ আছিল জেনেৰেল কলেট্ (Gen. Collet)। ২০ এপ্রিল তাৰিখে যুদ্ধ যাত্রা কৰি কোহিমাৰ মাজেদি অহা সৈন্য শ্রেণীক তেওঁ নিজে পৰিচালনা কৰিলে। বর্ম্মাৰ পৰা টামুৰ পথেদি অহা বাহিনীৰ অধিনায়ক আছিল জেনেৰেল গ্রেহাম (Gen. Graham) আৰু কাছাৰৰ পথেদি অহা বাহিনী পৰিচালনা কৰিছিল কর্ণেল ৰেণিকে (Col. Renick)। এইদৰে কেইফালৰ পৰা অভিযান কৰি প্রায় ৮০০০ সৈন্যই মণিপুৰ আগুৰি ললে।

সসৈন্যে জেনেৰেল কলেট্ (Gen. Collet) চেংমাইত উপস্থিত হৈ তাৰ পৰা মণিপুৰৰ মহাৰজালৈ এইদৰে লিখিলে—“মই গৈছো, আপুনি ২৮ এপ্ৰিল, সোমবাৰে মোৰ লগত সাক্ষাত কৰি আত্মসমৰ্পণ কৰিব পাৰে। সেয়ে হলেও, আপোনাৰ প্ৰাণ ৰক্ষাৰ প্ৰতিশ্ৰুতি দিয়া নহ’ল।”

অভিজ্ঞ থাঙাল জেনেৰেলে সম্যকৰূপে ইংৰাজৰ অভিপ্ৰায় বুজিছিল। যি সাম্ৰাজ্যবাদী ইংৰাজে সীমান্তৰ ব্ৰহ্মৰজাক পৰাজয় কৰি সৰ্ব্বতোভাবে ব্ৰহ্মদেশত প্ৰতিপত্তি বিস্তাৰ কৰিছিল, সেই ইংৰাজে মণিপুৰ গ্ৰাস কৰিব বুলি তেওঁৰ দৃঢ় বিশ্বাস জন্মিছিল। সেয়েহে যুৱৰাজে বন্দীসকলৰ প্ৰাণদণ্ডৰ বিপৰীতে থিয় হোৱাত যুৱৰাজক তেওঁ “অনভিজ্ঞ মুৰ্খ যুবক” বুলি ইতিকিং কৰিছিল। চিফ্‌কমিছনাৰৰ ৰহস্যপূৰ্ণ ব্যৱস্থাৰ পৰা থাঙালে সঠিক অনুমান কৰিছিল যে, আংশিকৰূপে হলেও, মণিপুৰৰ স্বাধীনতা ৰক্ষা কৰিবলৈ দিয়াটো ইংৰাজৰ অভিপ্ৰায় হব নোৱাৰে। অৱশেষত ইংৰাজ সৈনিকৰ কলঙ্কপূৰ্ণ অত্যাচাৰে যেতিয়া তেওঁৰ অন্তৰ কঁপাই তুলিলে তেতিয়া যিমানেই কঠোৰ নহওঁক, স্বাধীনতা বিলোপকাৰী শত্ৰুৰ প্ৰতি চৰমদণ্ড বিধান কৰি তেওঁ তৃপ্তি লাভ কৰিলে।

আগন্তুক ইংৰাজৰ আক্ৰমণৰ প্ৰতিকূলে সঠিক সিদ্ধান্ত লবলৈ কেবাবাৰো ৰাজদৰবাৰ বহিল। থাঙাল জেনেৰেল আৰু দুই চাৰিজন মন্ত্ৰীয়ে মত প্ৰকাশ কৰিলে যে ভাৰতৰ নানা ঠাইত থকা মণিপুৰী আৰু ব্ৰহ্মদেশ, ভূটান আদি মণিপুৰৰ প্ৰতি বন্ধুভাবাপন্ন শক্তিসমূহৰ সহযোগত শত্ৰুৰ বিপক্ষে থিয় হোৱাই যুগুত। পেলেল যুদ্ধলৈকে মণিপুৰীসকলে যি উৎসাহ আৰু উদ্দীপনাৰে ৰণ কৰিছিল, যদি সেইদৰে মৃত্যুপণ কৰি শত্ৰুৰ সম্মুখীন হয়, তেন্তে অৱশেষত পৰাজয় হলেও, এই স্বাধীনতাৰ যুঁজত মণিপুৰীয়ে নিজ গৌৰব ৰক্ষা কৰিব পাৰিব। কিন্তু দুৰ্ভাগ্যক্ৰমে ইংৰাজৰ বিপুল সামৰিক আয়োজনৰ বিপক্ষে থিয় হবলৈ সকলোৰে সাহসে নুকুলালে। ৰাজপৰিয়াল আৰু প্ৰতিপত্তিশালী মন্ত্ৰী কিছুমানে এই প্ৰস্তাৱৰ বিৰোধিতা কৰি যুক্তি দিলে যে, যথেষ্ট পৰিমাণে সুসংগঠিত সৈনিক আৰু গুলী, বাৰুদ, বন্দুক আদি যুদ্ধৰ আৱশ্যকীয় সাজ-সৰঞ্জাম তৈয়াৰ কৰিব পৰা কাৰখানা নাই

যেতিয়া, অনৰ্থক প্ৰাণীক্ষয় নকৰি নগৰ মুকলি কৰি দিয়াই উচিত হব। এই সিদ্ধান্ত স্থিৰ কৰি ২৬ এপ্ৰিল তাৰিখে ৰজা, যুৱৰাজ, সেনাপতি আদিয়ে মণিপুৰৰ দক্ষিণে কুকি জাতিৰ আবাসস্থান চাচাদ পৰ্ব্বত শ্ৰেণীলৈ পলায়ন কৰিলে। যুৱৰাজৰ উদ্দেশ্য আছিল, নগা ৰাজ্যত সোমাই থোংজাই নগাৰ অধিনায়ক তংহুৰ সহযোগত ইংৰাজৰ বিৰুদ্ধে খণ্ডযুদ্ধ চলাব। কিন্তু চাচাদলৈ গৈ ৰাজ ভাতৃ-সকলৰ ভিতৰত মনোমালিন্য সৃষ্টি হ'ল। টিকেন্দ্ৰজিতৰ কাৰণে ৰাজ্য হেৰুৱাইছে বুলি ৰজা কুলচন্দ্ৰই তেওঁৰ প্ৰতি ৰুক্ষ আচৰণ দেখুওৱাত টিকেন্দ্ৰজিতে ভাতৃসঙ্গ পৰিত্যাগ কৰিলে। তেওঁৰ পৰি-কল্পনা অনুসৰি তংহুৰ লগত মিলিবৰ উদ্দেশ্যে তেওঁ নগা ৰাজ্যৰ ফালে গুচি গ'ল। তেওঁ এদিন পৰ্ব্বত বগাই থাকোতে অকস্মাতে শিলত পিচলি পৰি গুৰুতৰ আঘাত পায়। তেওঁৰ এই শাৰীৰিক অকৰ্ম্মণ্যতাৰ কাৰণে তেওঁ আশ্ৰয় বিচাৰি নিজ ঠাইলৈ উভতিবলৈ বাধ্য হ'ল।

প্ৰতিশোধ লোৱাৰ উদ্দেশ্যে জেনেৰেল কলেটৰ (Gen. Collet) অধীনত ২৭ এপ্ৰিলৰ দিনা ইংৰাজ বাহিনীয়ে অবাধে ইম্ফল নগৰ প্ৰবেশ কৰিলে। ইংৰাজ বাহিনীয়ে গৈ দেখিলে নগৰ শূন্য; অগত্যা নগৰ এৰিব নোৱাৰি কেৱল অ'ত ত'ত দুই চাৰিজনে ভুমুকি মাৰিছে। বাধাপ্ৰাপ্ত হৈ অন্তৰ্দাহ পলুৱাব নোৱাৰা বাবে এওঁলোকৰ মন বৰ নিৰানন্দ হ'ল। খাপৰ অস্ত্ৰ খাপতে থাকিল; প্ৰতিশোধকামী ইংৰাজ ৰণুৱাৰ মনোবাঞ্ছা পূৰ্ণ নহ'ল। তথাপি জেনেৰেল কলেটৰ নিৰ্দ্দেশ মতে সৈন্যসকলে নগৰ লুট কৰিলে; আনকি, ইংৰাজৰ ভাৰবাহী নগাহঁতেও এই কাৰ্য্যত ব্ৰতী নহৈ নেথাকিল। ইংৰাজৰ দয়াৰ ভৰসাত থকা কিছুমানক সৈনিকহঁতে নানা অত্যাচাৰ কৰিলে আৰু কিছুমানক বধ কৰিলে। মণিপুৰৰ মহাৰাজৰ ৰাজভৱন ইংৰাজ সামৰিক কেন্দ্ৰত পৰিণত হ'ল; আৰু তাৰ পৰা আকাশত "ইউনিয়ন জেক্" উৰি স্বাধীন ৰাজ্য এখনৰ পতনৰ জাননী দিলে।

ইংৰাজ গৱৰ্ণমেণ্টে বৰ্ম্মা বাহিনীৰ অধিনায়ক জেনেৰেল গ্ৰেহামলৈ তাঁৰ যোগে নিৰ্দ্দেশ দিছিল—যেন জনসাধাৰণে মণিপুৰৰ ৰজাৰ অপৰাধৰ গুৰুত্ব উপলব্ধি কৰিবৰ অৰ্থে ৰাজভৱনৰ কিছু

অংশ ভাঙ্গি পেলোৱা হয়। এই নিৰ্দ্দেশ পালন কৰিবলৈ ইংৰাজ সামৰিক বিষয়া সকলৰ বেছি পলম নালাগিল। এওঁলোকে যথেচ্ছাৰে ৰাজহাউলিৰ কিছুমান ঘৰ-দুৱাৰ ভাঙ্গি নিচিহ্ন কৰিলে আৰু কিছুমান নিজ সকামত ব্যৱহাৰ কৰিলে। ৰাজহাউলিৰ সন্মুখ দুৱাৰৰ যি দুটা বিৰাট ড্ৰেগন মূৰ্ত্তিৰ আগত ইংৰাজ কেইজনক বলি দিছিল, সেই মূৰ্ত্তি দুটাত ডিনামাইট ৰাৰুদ সুমাই দি উৰাই দিলে। জেনেৰেল কলেটে (Gen. Collet) ঘোষণা দিলে যে, ৰজা কুলচন্দ্ৰ আৰু যুবৰাজ টিকেন্দ্ৰজিতক যি কোনোৱে ধৰাই দিব পাৰিলে পাঁচ হেজাৰকৈ আৰু থাঙাল জেনেৰেল আৰু চুবেদাৰ নিৰঞ্জন সিংহক ধৰাই দিব পাৰিলে দুই হেজাৰকৈ টকা পুৰস্কাৰ পাব।

মণিপুৰ শাসনৰ কাৰণে কাছাৰৰ ডেপুটি কমিছনাৰ মেজৰ মেক্সওৱেল (Major Maxwell) নতুন পলিটিকেল এজেণ্ট স্বৰূপে নিযুক্ত হ'ল। তেওঁ ৰাজমহিষীসকলৰ দেৱতা অৰ্চ্চণাৰ মন্দিৰ অধিকাৰ কৰি, তাৰ এক অংশত নিজ আবাস গৃহ আৰু আন অংশত বৃটিছৰ কাৰ্য্যালয় পাতি ললে। শূন্য নগৰত ইংৰাজ বাহিনীৰ খাদ্য বস্তুৰ অভাৱৰ বাহিৰেও, স্থানীয় মানুহৰ বিনা সহায়ত শাসন কাৰ্য্য চলাবলৈ বাতৰি সংগ্ৰহৰ উপায় নোহোৱা হোৱাত, তেওঁ জাননীৰে মণিপুৰীসকলক অভয় দি নগৰলৈ উভতি আহিবলৈ আহ্বান জনালে। মণিপুৰীসকলেও পৰ্ব্বতে অৰণ্যে অনাই-বনাই ফুৰি অৱশেষত উভতি আহিবলৈ বাধ্য হ'ল। জাননীৰে নিৰ্ভয় দিছিল যদিও, মণিপুৰীসকলে নগৰলৈ উলটি আহি সৈনিকৰ হাতত নানান অত্যাচাৰ উৎপীড়ন সহিব ধৰিলে। ইংৰাজ গবৰ্ণমেণ্টৰ আদেশত ৰাজসম্পত্তি বাজেয়াপ্ত হ'ল। যুদ্ধৰ ক্ষতিপূৰণ স্বৰূপে প্ৰত্যেক মণিপুৰীয়ে নিজ নিজ খেতিৰ ফচলৰ কিছু অংশ পলিটিকেল এজেণ্টক শোধাবলৈ আদেশ পালে।

ভবিষ্যৎ যিকোনো সম্ভাব্য বিপদৰ হাত এৰুৱাবলৈ সৰ্ব্ব-প্ৰথমে ৰাজপৰিবাৰক হাতৰ মুঠিত লোৱাই ইংৰাজৰ উদ্দেশ্য আছিল। ইংৰাজে মণিপুৰী গুপ্তচৰ নিযুক্ত কৰি অবিলম্বে ৰজা কুলচন্দ্ৰৰ অজ্ঞাতবাসৰ অনুসন্ধান উলিয়ালে। ৰজাই ভাবিলে-ইংৰাজৰ সৈতে বিৰোধিতাৰ সাৰ্থকতা নাই যেতিয়া, আত্মসমৰ্পণ

কৰাই শ্ৰেয়। কিয়নো, ভৱিষ্যতে ইংৰাজৰ সুবিচাৰৰ ফল স্বৰূপে হয়তো আত্মপ্ৰতিষ্ঠাৰ সুযোগ পাব পাৰে। জীৱন দুৰ্ব্বহ হলেও এই যুক্তিৰ বশবৰ্ত্তী হৈ টিকেন্দ্ৰজিতৰ বাহিৰে আন আন ভায়েক আৰু মন্ত্ৰী কেইজনমানৰ সৈতে ৰজা কুলচন্দ্ৰই ইংৰাজৰ ওচৰত আত্মসমৰ্পণ কৰিলে। বৃদ্ধ থাঙাল জেনেৰেল ধৰা পৰিল। সকলোৱে কঠোৰ কয়েদত সাধাৰণ বন্দীৰ দৰে বন্দীশালত আবদ্ধ হ'ল।

এতিয়া ধৰা পৰিবলৈ বাকী আছিল বৃটিছ গবৰ্ণমেণ্টৰ প্ৰধান শত্ৰু যুৱৰাজ টিকেন্দ্ৰজিৎ। এওঁৰ আত্মগোপনৰ গুংসূত্ৰ উলিয়াবলৈ ইংৰাজে কেউফালে গুপ্তচৰ পঠিয়ালে। মণিপুৰৰ চাৰিওফালে সম্ভৱপৰ বাটত এনে সতৰ্কতাৰে চকি বহুৱালে যাতে অজ্ঞাত সাৰে মণিপুৰৰ পৰা কোনেও ওলাই যাব নোৱাৰে। এনে অৱস্থাত, বিশেষকৈ তেওঁৰ শাৰীৰিক অসুস্থতাৰ কাৰণে, জালত পৰা বাঘৰ নিচিনাকৈ ওলাব নোৱাৰি, টিকেন্দ্ৰজিতে হঠাৎ এদিন নগৰৰ ভিতৰতে চেঙামুখ নামৰ ঠাইত মাকৰ থকা ঘৰত উপস্থিত হ'ল। বিকল অৱস্থাত পৰি থাকিলেও তাৰ পৰা তেওঁ ইংৰাজৰ গতি-বিধি নিৰীক্ষণ কৰিছিল। কিন্তু তেওঁৰ এই গুপ্তাবাস অপ্ৰকাশে নাথাকিল। তদুপৰি কগ্ন শৰীৰেৰে এইদৰে আত্মগোপন কৰি থকাটো তেওঁৰ পক্ষে অসহ্য হৈ উঠিল। তেওঁ ভাবিলে, ইংৰাজে তেওঁক বলেৰে কয়েদ কৰাতকৈ তেওঁ নিজেই ইংৰাজৰ ওচৰত ধৰা দিয়া উচিত হব। এই ভাবি তেওঁ বলোৰাম সিং নামেৰে মণিপুৰী মেজিষ্ট্ৰেত এজনৰ হতুৱাই খেলেন্দ্ৰ সিং চুবেদাৰক তেওঁৰ এই অভিপ্ৰায়ৰ সংবাদ দিলে। তেওঁৰ বিশ্বাস আছিল, যদিও তেওঁ বিপদগ্ৰস্ত, খেলেন্দ্ৰ সিঙে তেওঁক ৰাজোচিত ব্যৱহাৰেৰে নি ইংৰাজ কৰ্ত্তৃপক্ষৰ ওচৰত সমৰ্পণ কৰাব। কিন্তু খেলেন্দ্ৰসিঙে তেওঁৰ আবাসস্থানলৈ আহি তেওঁৰ আশাৰ বিপৰীতে অসম্মান-সূচক ব্যৱহাৰেৰে তেওঁৰ ওপৰত মিছাকৈ বল প্ৰয়োগ কৰিবৰ ভয় দেখুৱালে। আত্মসমৰ্পণকাৰী জনৰ প্ৰতি এনে অনুচিত ব্যৱহাৰত ক্ৰুদ্ধ হৈ তেওঁ জপিয়াই উঠি চুবেদাৰৰ গলত টিপি ধৰিলে। বলোৰাম সিঙে কোনোমতে দুয়োকো এৰুৱাই দিলে; এনেতে অতৰ্কিতে খেলেন্দ্ৰসিঙে তেওঁৰ মুখত শিল এডোখৰ মাৰি

তেওঁক অকৰ্ম্মণ্য কৰিলে। যিয়ে এদিন তেওঁৰ ছাঁ চুব নোৱাৰিছিল তেনেজনৰ এই নিষ্ঠুৰ আচৰণ দেখি তেওঁ দুখ আৰু অভিমানত মৰ্ম্মাহত হ'ল। ৰোগত জৰাজীৰ্ণ হলেও, তেওঁ আৰু অপেক্ষা নকৰি অনুচৰ কেইজন মানেৰে সৈতে ২৬ মেই তাৰিখে ইংৰাজ শিবিৰত গৈ ধৰা দিলে। যুৱৰাজ আৰু সেনাপতিৰ ৰাজহাউলি তেতিয়া ৪৩ পল্টনৰ চাউনিৰূপে ব্যৱহাৰ হৈছিল। যুৱৰাজ টিকেন্দ্ৰ-জিতৰ হাত-ভৰিত শিকলি আৰু ককালত জৰী লগাই তাৰে সাধাৰণ ঘৰ এটাত নি পেলাই ৰাখিলে। অবিকল তেনে অৱস্থাত ৰজা কুলচন্দ্ৰক নি ৰাখিছিল, অস্ত্ৰাগাৰৰ ভিতৰত। এওঁলোকে যাৰে তাৰে হাতেৰে দিয়া আহাৰ গ্ৰহণ কৰিবলৈ অমান্তি হোৱাত ব্ৰাহ্মণ ৰান্ধনিৰ হতুৱাই নিজ খাদ্য গ্ৰহণৰ অনুমতি পাইছিল।

---



থাপ্তাল জেনেৰেল

# চতুৰ্থ পৰিচ্ছেদ

## মণিপুৰৰ পতন

স্পেচিয়েল্ কমিছন ।
ৰাজ পৰিয়ালৰ বিচাৰ ।
টিকেন্দ্ৰজিৎ আৰু থাঙালৰ ফাঁচী ।
লৰা ৰজা চূড়াচাঁন্দ ।

# ৪

# মণিপুৰৰ পতন

ভাৰত গবৰ্ণমেণ্টৰ ঘোষণাপত্ৰৰ বিধান অনুসৰি, মণিপুৰ ৰজা আৰু ৰাজসৈন্য দলে ইংৰাজ প্ৰতিনিধি (চিফ্ কমিছনাৰ) আৰু তেওঁৰ সৈন্য দলক কৰ্ত্তব্য সমাধানত বলেৰে বাধা দিয়াত মণিপুৰ ৰাজ্য মহাৰাণীৰ বিৰুদ্ধে প্ৰকাশ্য যুদ্ধত লিপ্ত হোৱা দোষত দোষী বুলি ধাৰ্য্য হ'ল। এই অপৰাধ আৰু আনুসঙ্গিক অন্যান্য অপৰাধত অপৰাধীসকলৰ বিচাৰৰ কাৰণে "কোৰ্ট অব স্পেচিয়াল কমিছন" নামেৰে বিচাৰ আদালত এখন গবৰ্ণমেণ্টে অতি শীঘ্ৰে সংগঠিত কৰি দিলে। এই কমিছনৰ তিনিজন বিচাৰকৰ ভিতৰত দুজন হ'ল সামৰিক বিষয়া আৰু এজন হ'ল 'চিভিল' বা বেসামৰিক বিষয়া। সামৰিক বিষয়া দুজন আছিল এছিষ্টেণ্ট এডজুটেণ্ট জেনেৰেল লেফ্টেনেণ্ট্ কৰ্ণেল মিচেল্ (Col Michel) আৰু ৪৪ পল্টনৰ কমাণ্ডেণ্ট মেজৰ ৰিজওৱে (Major Ridgway), বে-সামৰিক জন আছিল কোহিমাৰ ডেপুটি কমিছনাৰ মিঃ ডেভিচ (Mr. Davis)। ঘোষণা পত্ৰৰ আন আন নিৰ্দ্দেশ আছিল—(১) যি কোনো অৱস্থাতে যাতে অপৰাধীক জীৱনৰ ভাৰসা দিয়া নহয়। (২) জনতাক গুৰুত্ব বুজাবলৈ চৰমদণ্ড যাতে ভয়ঙ্কৰ ভাবে সম্পাদিত হয়; আৰু (৩) চৰমদণ্ড হলে সি যেন ইংৰাজ গবৰ্ণমেণ্টৰ দ্বাৰা অনুমোদিত হয়।

গোবিন্দজীৰ মন্দিৰৰ সমুখৰ মণ্ডপত কমিছনে ১ জুন তাৰিখে অপৰাধীসকলৰ বিচাৰ আৰম্ভ কৰিলে। প্ৰথমে বিচাৰ আৰম্ভ হ'ল, যুবৰাজ টিকেন্দ্ৰজিতৰ। ইংৰাজ গবৰ্ণমেণ্টৰ পক্ষে অভি-যোগকাৰী হৈছিল পলিটিকেল এজেণ্ট মেজৰ মেক্সওৱেল (Major Maxwell), ফৰিয়াদী হৈছিল মহাৰাণী ভাৰতেশ্বৰী আৰু অভিযুক্ত আচামী আছিল মণিপুৰৰ সেনাপতি (যুবৰাজ) টিকেন্দ্ৰজিৎ

—১২

বীৰসিংহ গুৰক্ষে কয়বেং। বিচাৰ আৰম্ভ হোৱাৰ পূৰ্ব্বেই আচামীৰ সপক্ষে কাছাৰৰ পৰা উকীল নিযুক্ত কৰিবলৈ অনুমতিৰ বাবে কমিছনৰ ওচৰত প্ৰাৰ্থনা জনোৱা হৈছিল। কমিছনে সেই প্ৰাৰ্থনা নামঞ্জুৰ কৰি নিৰ্দ্দেশ দিছিল যে, আচামীয়ে ইচ্ছা কৰিলে তেওঁৰ সপক্ষে যি কোনো স্থানীয় মানুহক তেওঁৰ উকীল হিচাপে লব পাৰে, কিন্তু বাহিৰৰ কোনো আইন ব্যৱসায়ীক বিচাৰত অংশ গ্ৰহণ কৰাৰ অনুমতি দিয়া নহব। ইতিমধ্যে পলিটিকেল এজেণ্টৰ কেৰাণী ৰচিকলাল কুণ্ডু, মহাৰাজৰ কেৰাণী ৰামাচৰণ মুখ্যোপাধ্যায় ৪৪ পল্টনৰ হাবিলদাৰ ধুপচাঁন্দ ঠাকুৰ, লেফ্‌টেনেণ্ট্‌ চেটাৰটন্‌ (Lt. Chatterton) হাউবস দেৱান আৰু গিৰিধাৰী সিং—এই ছয়জন ফৰিয়াদীৰ সাক্ষীৰ জবানবন্দী লোৱা হৈ গ'ল। আচামীৰ সপক্ষে কোনো উকীল নথকাত আৰু তেওঁ নিজেও আদালতৰ কাৰ্য্য পদ্ধতিৰ বিষয়ে অনভিজ্ঞ হোৱাৰ বাবে সাক্ষীকেইজনৰ উক্তিৰ সত্যতা প্ৰমাণ কৰিবলৈ এওঁলোকক জেৰা কৰা নহ'ল। এইদৰে দুদিন বিচাৰ কাৰ্য্য হৈ যোৱাৰ পিচত আচামী টিকেন্দ্ৰজিতে নিৰুপায় হৈ আদালতক প্ৰাৰ্থনা জনালে যে, শ্ৰীজানকী বাবু আৰু শ্ৰীৰামাচৰণ বাবুৱে কিছু লিখা-পঢ়া জানে, গতিকে এওঁলোকক তেওঁৰ সপক্ষে উকীল নিযুক্ত কৰিবলৈ আদালতে অনুমতি দিব লাগে। ৰামাচৰণ মুখ্যোপাধ্যায় ফৰিয়াদী পক্ষৰ সাক্ষী থকাত আদালতে তেওঁক নামঞ্জুৰ কৰি অকল জানকী বসাকক আচামীৰ উকীল স্বৰূপে কাম কৰিবলৈ অনুমতি দিলে।

তেতিয়াৰ আন আন বঙালীসকলৰ দৰে জানকী বসাকেও ১৮৮৭ চনৰ পূৰ্ব্বে ছিলেটৰ ফালৰ পৰা আহি ইম্ফল নগৰত চাকৰি নাইবা বেহাবেপাৰৰ সুযোগ বিচাৰি আছিল। তেওঁ কিছু পৰিমাণে ইংৰাজী জানিলেও, এই ভাষাত তেওঁৰ বিশেষ ব্যুৎপত্তি নাছিল। সেই সময়ত ৪২ পল্টন মণিপুৰত থকা কালত জানকী বাবুৱে এডজুটেণ্ট বুচ্ছাৰৰ (Adjt Butcher) সামৰিক অফিচত কিছুদিন কেৰাণীগিৰি কৰিছিল। চাহাবে এওঁৰ প্ৰতি অপমানসূচক কঠোৰ আচৰণ দেখুওৱাত এওঁ হেনো সেই কাম ইস্তাফা দিয়ে। মাজ ডোখৰত এওঁ কি কৰিছিল জনা নেযায়; মাজে সময়ে টিকেন্দ্ৰজিতক ইংৰাজী পঢ়াইছিল। যুদ্ধৰ সময়ত

এওঁ বহু বিলাই-বিপত্তি ভুগীবলগীয়া হয়। যুদ্ধৰ আৰম্ভণিতে এওঁ ইংৰাজৰ লাংথাবাল কুঠীৰ আশ্ৰয়ত আছিল। কিন্তু মণিপুৰীয়ে লাংথাবাল পুৰি পেলোৱাত এওঁ অন্নবস্ত্ৰ বিহীন হৈ সপৰিবাৰে অইনৰ আশ্ৰয় বিচাৰে। ইংৰাজৰ প্ৰতি এওঁৰ প্ৰীতি থকা বুলি, ইংৰাজ পলোৱাৰ পিচত মণিপুৰীয়ে এওঁক নি বন্দীশালত সুমায়। যুবৰাজে বন্দীশাল পৰিদৰ্শন কৰোতে শিক্ষাগুৰু বুলি কৃতজ্ঞতাৰ চিন্ স্বৰূপে এওঁক মুকলি কৰি দিয়ে। কেপ্তেইন বুচ্ছাৰে ( Capt. Butcher ) জানকী বাবুৰ প্ৰতি পূৰ্ব্বৰ আখেজ পাহৰা নাছিল। বুচ্ছাৰে পলোৱাৰ পিচত আকৌ উভতি আহি বীৰদৰ্পে এদিন নগৰত ঘূৰি ফুৰোতে হঠাৎ বাটতে জানকী বাবুৰ সৈতে সাক্ষাত হয়। চাহাবে সঙ্কেতেৰে তেওঁক ওচৰ চপাই লৈ বিনা দোষে তেওঁৰ ওপৰত ঘোৰাৰ চাবুক আৰু নিজৰ হাত-ভৰি চলালে। অতি বিনয়াবনত হৈ কোনো মতে জানকী বাবু প্ৰাণ লৈ সাৰিল। পিচত এওঁ জনষ্টোন স্কুলৰ সংস্কাৰ কাৰ্য্যত লাগি জীৱিকা অৰ্জ্জন কৰে। এই জন জানকী বাবুৱে, যাৰ কোনো কালত আইনৰ সৈতে সম্পৰ্ক নাছিল কিম্বা আইন মূলে দোষা-দোষৰ পাৰ্থক্য বুজিবৰ জ্ঞান নাছিল, তেনেজনে তিনিটা অতি গুৰুতৰ অভিযোগত অভিযুক্ত মণিপুৰৰ যুবৰাজ টিকেন্দ্ৰজিতৰ প্ৰাণ ৰক্ষাৰ গভীৰ দায়িত্ব লবলগীয়া হ'ল।

টিকেন্দ্ৰজিতৰ বিপৰীতে লিপিবদ্ধ কৰা অভিযোগকেইটা আছিল এই:—

(১) মহাৰাণী ভাৰতেশ্বৰীৰ বিৰুদ্ধে প্ৰকাশ্য ৰণ কৰা। ( ভাৰতীয় দণ্ডবিধি আইনৰ ১২১ ধাৰা )

(২) বৃটিছ গবৰ্ণমেণ্টৰ ছয়জন কৰ্ম্মচাৰীক হত্যা কৰা। (উক্ত আইনৰ ৩০২ ধাৰা )

(৩) বৃটিছ গবৰ্ণমেণ্টৰ ছয়জন কৰ্ম্মচাৰীক হত্যা কৰাত সহায়তা কৰা। ( উক্ত আইনৰ ৩০২।১০৯ ধাৰা )

বিচাৰ মণ্ডপত আৰু জেলখানাত টিকেন্দ্ৰজিতৰ সৈতে বিচাৰ সম্পৰ্কীয় কথাৰ আলোচনা কৰিবলৈ জানকী বাবুৱে কিছু সময়ৰ বাবে সাক্ষাতৰ অনুমতি পাইছিল। উক্ত অভিযোগবোৰৰ প্ৰমাণ সাপক্ষে একাদিক্ৰমে বাকী আঠজন সাক্ষীৰ জবানবন্দী হৈ গ'ল

আৰু তেওঁৰ সাধ্যানুসৰি জানকী বাবুই সাক্ষীকেইজনক জেৰা কৰিছিল। আচামীৰ চাৰ্জ (১) হোৱাৰ পিচত আচামীক নির্দ্দোষী সাব্যস্ত কৰিবলৈ ৫ জুন তাৰিখে আচামীৰ হকে তেওঁ এখন দীঘলীয়া বৰ্ণনা দাখিল কৰিলে। বৰ্ণনাখনৰ ইংৰাজীৰ ভুলবোৰ "পাইওনিয়াৰ" বাতৰি কাকতৰ সংবাদদাতা কেপ্তেইন ডুমলিন (Capt. Dumlin) চাহাবে শুধৰাই দিছিল। আদিৰ পৰা অন্তলৈকে গোটেই কাহিনী বৰ্ণাই আটাই কেইটা অভিযোগত আচামী অপৰাধী নহয় বুলি আচামীৰ উক্তি কৰা হৈছিল। এই উক্তিৰ মূল কথা আছিল এই :—

"নিজৰ বিৰুদ্ধে তিনিটা অতি গৰ্হিত অপৰাধৰ উৎকট অভিযোগৰ পৰা অব্যাহতি পাবলৈ আশা কৰি আচামীয়ে আদালতৰ আগত নিজৰ দুখৰ কাহিনী বৰ্ণাবলৈ আগ বাঢ়িছে; প্ৰাৰ্থনা এই, যেন শুনা কথাৰ ওপৰত বিশ্বাস নকৰি এই প্ৰতিবাদীক দয়া দেখুৱায়। সৰ্ব্বপ্ৰথমে প্ৰতিবাদীয়ে কবলৈ বাধ্য যে অসমৰ চিফ্ কমিছনাৰ মিঃ কুইণ্টন (Mr. Quinton), ৪২ পল্টনৰ কমাণ্ডেণ্ট কৰ্ণেল স্কিন্ (Col. Skene), চিফ্ কমিছনাৰৰ চেক্ৰেটাৰী মিঃ কজিনচ্ (Mr. Cossins) আৰু ৪৩ পল্টনৰ লেফ্টেনেণ্ট চিম্পচনক (Lt. Simpson) হত্যাৰ সহায় কৰা বুলি এই প্ৰতিবাদীৰ বিৰুদ্ধে যি অভিযোগ, সেই অভিযোগ, ফৰিয়াদী পক্ষৰ সাক্ষীৰ জবানবন্দীৰ পৰা সমূলি প্ৰমাণ হোৱা নাই। ২৪ মাৰ্চ্চ তাৰিখে হত হোৱা ছয়জন কৰ্ম্মচাৰীৰ ভিতৰত তিনিজন—মিঃ গ্ৰিমউড, লেফ্টেনেণ্ট চিম্পচন্ আৰু লেফ্টেনেণ্ট ব্ৰেকনবেৰি (এওঁ যুদ্ধত আহত হৈ পিচত ৰেচিডেন্সিত ঢুকায়) আচামীৰ বন্ধু আছিল; গতিকে নিজ বন্ধুক হত্যা কৰা সম্পূৰ্ণ অস্বাভাবিক। মহাৰাণীৰ বিৰুদ্ধে যুদ্ধ কৰা বুলি এই আচামীৰ বিৰুদ্ধে যি অভিযোগ আনিছে, তাৰ প্ৰতিকূল বক্তব্য এই, ৰাতিপুৱাৰ ভালেখিনি আগতে ইংৰাজৰ সৈনিকে ৰাজপুৰীৰ প্ৰাচীৰ উলঙ্ঘন কৰি অনধিকাৰে ৰাজ প্ৰাসাদত প্ৰবেশ কৰে। পাচত এই আচামীক অনাহকত বন্দী কৰিবলৈ উদ্যত হোৱাত, তেওঁৰ গৃহদেবতা বৃন্দাবন চন্দ্ৰৰ মন্দিৰ কলুষিত কৰাত, সেই দেৱতাৰ অলঙ্কাৰ

(১) পৰিশিষ্ট

অপহৰণ কৰাত, ৰজাৰ মুছলমান কাৰ্য্যকাৰক দস্যু চৰ্দ্দাৰক সবংশে নাশ কৰাত আৰু অকাৰণত তেওঁৰ ঘৰদুৱাৰ জ্বলাই দিয়াত এই প্ৰতিবাদীয়ে আত্মৰক্ষাৰ কাৰণে আক্ৰমণকাৰীৰ বিপক্ষে অস্ত্ৰধাৰণ কৰিবলৈ বাধ্য হৈছিল। এই গুৰুতৰ সঙ্কটৰ সময়ত আত্মৰক্ষাৰ কাৰ্য্য, মহাৰাণীৰ বিৰুদ্ধে শত্ৰুতা বা বিদ্ৰোহ কেনেকৈ হব পাৰে, তাক এই আচামীয়ে নাজানে।"

সেই বৰ্ণনাত ভাতৃবিৰোধ, সুৰচন্দ্ৰৰ ৰাজ্যত্যাগ, আৰু ২৪ মাৰ্চ্চ তাৰিখৰ ঘটনাৰ বিশদ বৃত্তান্ত এইদৰে উল্লেখ কৰে—"মহাৰাজ সুৰচন্দ্ৰই বৃন্দাবনলৈ যোৱাৰ ছল্ কৰি কলিকতালৈ গৈ, এই আচামীয়ে তেওঁৰ ৰাজ্যচ্যুতিৰ ঘাই কাৰণ বুলি মিছাকৈ গবৰ্ণমেণ্টৰ ওচৰত আবেদন জনায়। গবৰ্ণমেণ্টৰ অনুমোদনক্ৰমে এই আচামীয়ে যোৱা ছয়মাহ যুবৰাজৰ পদত অধিস্থিত হৈ সুকলমে আৰু শান্তিপূৰ্ণ-ভাবে ৰাজকাৰ্য্য চলোৱা স্বত্ত্বেও আৰু এই প্ৰতিবাদীয়ে গবৰ্ণমেণ্টৰ বিৰুদ্ধে কোনো অপৰাধ নকৰা জানিও গবৰ্ণমেণ্টে এই প্ৰতিবাদী কিম্বা মহাৰাজ কুলচন্দ্ৰৰ পৰা কোনো কৈফিয়ৎ বিচৰা নাই। তেতিয়া ৰাজ্যত্যাগী মহাৰাজ সুৰচন্দ্ৰৰ অভিযোগত এক-তৰফা সূত্ৰে অকাৰণত অসমৰ চিফ্ কমিছনাৰৰ সৈতে সৈন্য পঠিয়াই এই প্ৰতিবাদীক অত্যাচাৰৰ সৈতে কাৰাৰুদ্ধ কৰা আৰু দেশান্তৰিত কৰাৰ কোনো যুক্তি নাই............ইত্যাদি।

আচামীৰ এই লিখিত উক্তি গ্ৰহণ কৰাৰ পিচত আদালতে তেওঁক এই কেইটা প্ৰশ্ন কৰিছিল আৰু লগে লগে তাৰ উত্তৰ যি পাইছিল তাক তলত দিয়া হ'ল।

প্ৰশ্ন :—আপোনাৰ বিৰুদ্ধে চাহাবসকলৰ হত্যাৰ যি অতিৰিক্ত অভিযোগ তোলা হৈছে, তাৰ বাবে আপুনি দোষী নে ?

উত্তৰ :—মই দোষী নহওঁ, প্ৰতিবাদস্বৰূপে মোৰ বৰ্ণনা দাখিল কৰিলো।

প্ৰশ্ন :—যোৱা ২২ মাৰ্চ্চ তাৰিখে চিফ্ কমিছনাৰ আহিবৰ দিনা ৰাজপুৰীৰ ভিতৰত বহু হাজাৰ লোক সংগ্ৰহৰ কাৰণ কি ?

উত্তৰ :—চিফ্ কমিচনাৰৰ সন্মানৰ বাবে নানাবিধ 'পেৰেড'ৰ আৱশ্যক হৈছিল ; এহেজাৰৰ বেছি মানুহ নাছিল আৰু এই মানুহ আমাৰ চাৰি ভাইৰ অনুচৰ মাথো।

প্ৰশ্ন :—২২ তাৰিখে যদি এহেজাৰ মাত্ৰ সৈনিক আছিল, তেন্তে ২৩ তাৰিখে দুৰ্গৰ ভিতৰলৈ ছয় হেজাৰ মানুহ আহিল ক'ৰ পৰা ?

উত্তৰ :—মই তেতিয়া শয্যাগত হৈ আছিলো, কব নোৱাৰো এওঁলোক ক'ৰ পৰা আহিছিল ।

প্ৰশ্ন :—২৪ মাৰ্চ্চ তাৰিখে আপুনি বহুজন লোক দেখিছিল নে নাই ?

উত্তৰ :—মই এহেজাৰৰ বেছি মানুহ দেখা নাই, মই নেদেখিলেও আহিব পাৰে ।

প্ৰশ্ন :—২৩ তাৰিখে গুলী বাৰুদ বিতৰণ কৰিছিল কিয় ?

উত্তৰ :—মই বেমাৰত পৰি আছিলো, গুলী বাৰুদ বিতৰণ কৰিছিল নে নাই কব নোৱাৰো ।

প্ৰশ্ন :—আপুনি ২৩ তাৰিখে বেমাৰত পৰি থাকি, ২৪ তাৰিখে অকস্মাৎ আৰোগ্য হৈ কেনেকৈ যুদ্ধপৰিচালনা কৰিবলৈ সমৰ্থ হ'ল ?

উত্তৰ :—গ্ৰিমউড্ চাহাবে ২৩ তাৰিখে ৰাতিপুৱা মোক অলপ সুস্থ দেখিছিল ; বেদনা একেবাৰে নুগুচিলেও মই অলপ লৰচৰ কৰিব পাৰিছিলো ।

প্ৰশ্ন :—যেতিয়া আপুনি আৰোগ্য হ'ল, তেতিয়া চিফ্ কমিছনাৰ চাহাবৰ ঠাইত আত্মসমৰ্পণ নকৰিলে কিয় ?

উত্তৰ :—২২ তাৰিখে নৰিয়াত বৰ কাতৰ হৈ থকাৰ কাৰণেই তেওঁৰ ওচৰলৈ যাব পৰা নাছিলো ।

প্ৰশ্ন :—২৪ তাৰিখে যেতিয়া আপুনি নিজ হাউলিৰ পৰা পলাই ৰাজপ্ৰাসাদলৈ আহিছিল, তেতিয়া আপুনি ৰণ সম্বৰণৰ আজ্ঞা নিদিলে কিয় ?

উঃ—ইংৰাজৰ চিপাহীবোৰে মোৰ বাসভবন আক্ৰমণ কৰাত ময়ো আত্মৰক্ষাৰ কাৰণে গুলী কৰো । চীপাহীবোৰে কাৰ আদেশত গুলীয়াইছিল নেজানো, কিন্তু চিপাহীবোৰে বৰ অত্যাচাৰ কৰিছিল ।

প্ৰঃ—আপুনি প্ৰথমে চিফ্ কমিছনাৰক নগৰৰ বাহিৰত দেখা কৰিবলৈ যাওঁতে ঘোঁৰাত উঠি গৈছিল নে ?

উঃ—নাই, মই দোলাৰে অহা যোৱা কৰিছিলো ।

প্রঃ—২৪ মার্চ্চ তাৰিখে কেতিয়া আপুনি নিজভবন পৰিত্যাগ কৰিছিল ?

উঃ—দোকমোকালিৰ আগতে— ৰাতি থাকোতেই ইংৰাজৰ সৈনিকে গুলী চলোৱাৰ পিচত ।

প্রঃ—কি দৰে গৈছিল ?

উঃ—মোক তোপগাৰদলৈ ধৰি নিছিল ।

প্রঃ—গ্রিম্‌উড্ ( Grimwood ) চাহাবে আপোনাক কৈছিল যে, আপোনাক নির্ব্বাসিত কৰা হব আৰু আদেশ পালন নকৰিলে আপোনাক গ্রেপ্তাৰ কৰা হব। তেনেস্থলত ইংৰাজ সৈনিকে আপোনাক গ্রেপ্তাৰ কৰিবলৈ অহাত আপুনি নিজ সৈন্যক ক্ষান্ত হবলৈ কৈছিল নে নাই ?

উঃ—মই গ্রিম্‌উড্ চাহাবক কৈছিলো যে, মই আৰোগ্য হলে আদেশ পালন কৰিম ; মোক যে গ্রেপ্তাৰ কৰিব এই কথা মোক কোৱা নাছিল ।

প্রঃ—চিফ্ কমিছনাৰৰ চিঠি অনুযায়ী আপোনাক কয়েদ কৰাৰ বিষয়ে ৰাজপ্রাসাদত যি দৰবাৰ হৈছিল, আপুনি তাত উপস্থিত আছিল নে ?

উঃ—নাই, মই দৰবাৰলৈ যোৱা নাছিলো ।

প্রঃ—২৪ মার্চ্চ তাৰিখে ৰাতি যেতিয়া আপুনি চিফ্ কমিছনাৰ আৰু আন কেইজনক ৰক্ষা কৰিবলৈ গৈছিল, তেতিয়া গ্রিমউড্ আৰু চিম্প্‌চনক হতাহত দেখি বাকী কেইজনক আপুনি নিৰাপদে পদূলিমুখত আগবঢ়াই নথলে কিয় ?

উঃ—তেতিয়া বিষম গুলী চলিছিল কাৰণে যোৱা নহ'ল ।

প্রঃ—ৰাজপ্রাসাদত দৰবাৰ হোৱাৰ অলপ আগতে গুলী চলিছিল নে নাই ?

উঃ—নাই, তেতিয়া গুলী চলা নাছিল ।

প্রঃ—যেতিয়া থাঙাল জেনেৰেলৰ আদেশত চাহাব কেইজনক হত্যাৰ বিষয়ে আপুনি জানিছিল, তেতিয়া দৰবাৰ গৃহৰ চেন্ট্রি-সকলক আপুনি কৈছিল নে—যে, চাহাব সকলৰ নির্ব্বিঘ্নতাৰ বাবে সিহঁত আপোনাৰ ওচৰত দায়ী ?

উঃ—নাই, মই কোৱা নাছিলো ; মই অতি ক্লান্ত আৰু ক্লিষ্ট

হোৱাত ঘোৰ টোপনিত পৰো।

প্ৰঃ—চিফ্ কমিছনাৰ আৰু আন সাহাবসকলক হত্যা কৰিছে, এই কথা আপুনি কেতিয়া শুনিছিল ?

উঃ—২৫ তাৰিখে ৰাতিপুৱাই, যেতিয়া টোপনিৰ পৰা সাৰ পাওঁ।

প্ৰঃ—কয়দী কেইজনক হত্যা কৰা বাবে থাঙাল জেনেৰেলক কি শাস্তি দিয়া হৈছিল ?

উঃ—কোনো শাস্তি দিয়া হোৱা নাই। তেওঁ বিশ্বাসী ৰাজ-কৰ্ম্মচাৰী, সেই সময়ত ভীষণ আলোড়ণৰ মাজত আছিল আৰু পিচত বেমাৰত পৰে।

প্ৰঃ—যাত্ৰাসিং আৰু উচ্ছৱাই থাঙালৰ পৰা কয়েদী সকলৰ হত্যাৰ আদেশ পাই অনুমোদনৰ কাৰণে যেতিয়া আপোনাৰ ওচৰলৈ যায়, তেতিয়া আপুনি ক'ত আছিল ?

উঃ—মই ৰাজপুৰিৰ দক্ষিণ-পশ্চিম কোণত তোপ সজাইছিলো। তোপ চলাবলৈ মই নিষেধ কৰা নাছিলো, সেই সময়ত কিন্তু তোপ চলোৱা নাছিল।

প্ৰঃ—যেতিয়া আপোনাক সুধিছিল যে, আপোনাৰ অনুমোদন নহলে থাঙালৰ অদেশত বন্দী কেইজনক হত্যা কৰিব নোৱাৰে, তেতিয়া আপুনি কি কৈছিল ?

উঃ—কোনো মতেই যেন থাঙালৰ আদেশ পালন কৰা নহয়।

প্ৰঃ—থাঙালে আপোনাৰ আদেশ পালন কৰেনে নকৰে ?

উঃ—হয়, কৰে।

প্ৰঃ—কয়েদী কেইজনৰ ৰক্ষাৰ ভাৰ-প্ৰাপ্ত কৰ্ম্মচাৰীসকলে কয়েদী কেইজনক হত্যা নকৰিবলৈ যদি আপোনাৰ নিশ্চিত আদেশ পাইছিল, তেন্তে আপোনাৰ অভিপ্ৰায় অনুসৰি প্ৰথমে থাঙালৰ আদেশ পালন নকৰি, পিচত কেনেকৈ সিহতে থাঙালৰ আদেশত এই কাম কৰিলে ?

উঃ—মই কব নোৱাৰো।

প্ৰঃ—আপুনি এটা আদেশ দিলে আৰু থাঙালে তাৰ বিপৰীত আন আদেশ দিলে, কাৰ আদেশ পালন কৰা হব ?

উঃ—যুবৰাজৰ আদেশেই বলবৎ হব; কিন্তু সেইবুলি থাঙালৰ ক্ষমতাও কম নহয়।

প্ৰঃ—চিফ্ কমিছনাৰ আৰু চাহাব কেইজন দৰবাৰ গৃহত থকা সময়ত আপুনি যেতিয়া তালৈ ফিৰি গ'ল, তেতিয়া তাত কি কথা-বতৰা হৈছিল ?

উঃ—মই কৈছিলো যে, কোনো ভয় নাই। গ্ৰিমউড্ তেতিয়া মৃত অৱস্থাত চিৰিৰ তলত পৰি আছিল। আহত চিম্পচন্ চাহাবক মই তেতিয়া দৰবাৰ ঘৰৰ ভিতৰলৈ নিয়াওঁ।

প্ৰঃ—গ্ৰিমউড্ চাহাবৰ মৃতদেহ আঁতৰাইছিল নে নাই ?

উঃ—গ্ৰিমউড্ মৰিছিল বুলি সঠিককৈ জনা নাছিলো, মই গুচি গৈছিলো।

প্ৰঃ—যেতিয়া কুইণ্টন (Quinton) চাহাবৰ সৈতে কথা-বতৰা পাতিছিল, তেতিয়া তেওঁ নিৰ্ব্বিঘ্নে ওলাই যাব খুজিছিল নে ?

উঃ—নাই।

প্ৰঃ—মণিপুৰীৰ পক্ষে যুদ্ধবিৰতিৰ আদেশ দিছিল কোনে ?

উঃ—মই। সেই আদেশ পালন কৰাও হৈছিল।

প্ৰঃ—চিফ্ কমিছনাৰ চাহাব গড়ৰ বাহিৰে ওলোৱাৰ বাবে যুদ্ধবিৰতিৰ আদেশ দিয়া নাছিল কিয় ?

উঃ—তেতিয়া সেইটো মোৰ মনলৈ অহা নাছিল।

প্ৰঃ—কয়েদী কেইজনৰ নিৰ্ব্বিঘ্নতাৰ বাবে কি উপায় অবলম্বন কৰা হৈছিল ?

উঃ—মই কয়েদী কেইজনক আঙ্গাম নিংথৌৰ (সেনাপতি অঙ্গৌসিংহ) জিম্মাত ৰাখি ভাবিছিলো—তেওঁ এওঁলোকৰ সমুচিত যত্ন লব।

প্ৰঃ—যেতিয়া বৃটিছ পক্ষত "যুদ্ধ বিৰতিৰ" তুৰ্য্যধ্বনি কৰে আপুনিওঁ সেই আদেশ দিছিল নে ?

উঃ—তেতিয়া মই উপস্থিত আছিলো আৰু ময়ো সেই আদেশ দিব খুজিছিলো।

প্ৰঃ—আপুনি জানো গোটেই ৰাতি তোপগাৰদত আছিল ?

উঃ—মই ইফালে সিফালে ঘুৰি থাকি, ৰাতি বহু সময় পিচত শুই আছিলো।

প্ৰঃ—যেতিয়া দৰবাৰ শেষ হ'ল আৰু চাহাব সকল কয়েদী হ'ল, তেতিয়া কোনে প্ৰথমে গুলী চলাবলৈ দিছিল ?

উঃ—মই নেজানো। কিন্তু গুলী নিবাৰণ হোৱাত মই ৰণ সম্বৰণৰ আদেশ দিয়া নাছিলো।

প্রঃ—আপোনাৰ লগত সাক্ষাৎ কৰিবলৈ চিফ্ কমিছনাৰ কেতিয়া ৰাজহাউলিলৈ আহিছিল ?

উঃ—প্রায় ৰাতি ন-বজাত !

প্রঃ—তেওঁৰ সৈতে কিমান সময় দৰবাৰ হৈছিল ?

উঃ—প্রায় কুৰি মিনিট সময়।

প্রঃ—ইয়াৰ কিমান পিচত আপুনি আকৌ মানুহবোৰ খেদবলৈ আহিছিল ?

উঃ—প্রায় চাৰি পাঁচ মিনিট পিচত।

প্রঃ—কিমান মানুহ উপস্থিত আছিল ?

উঃ—তিনি চাৰিশ মান।

প্রঃ—চাহাব সকলৰ বিপদৰ আশঙ্কা আছিল বুলি নাজানিছিলনে ?

উঃ—নাই, মই তেনে ভবা নাছিলো, বিশেষকৈ যেতিয়া আঙ্গাম নিংথৌৰ জিম্মাত দিছিলো।

প্রঃ—দৰবাৰ শেষ হলে চিফ্ কমিছনাৰৰ সৈতে পদূলিমুখলৈ ওলাই যোৱা ৰাজবংশৰ ৰীতি নহয় নে ?

উঃ—সিংহদ্বাৰলৈ যোৱা নিয়ম; কিন্তু মই বৰ অসুস্থ হোৱাত লগত যাব পৰা নাছিলো।

প্রঃ—চিফ্ কমিছনাৰ আৰু আন আন চাহাবসকলক আপুনি কয়েদত ৰাখিছিল কিয় ?

উঃ—তেতিয়াও তাত বহুত অস্ত্রধাৰী মানুহ উপস্থিত আছিল, গতিকে ৰাতিপুৱা এওঁলোকক নিৰাপদে যাবলৈ দিম বুলি ৰাখিছিলো।

প্রঃ—যদি তেওঁলোকক যাব দিয়াই আপোনাৰ উদ্দেশ্য আছিল তেন্তে কিয় আকৌ যুদ্ধ আৰম্ভ কৰিছিল ?

উঃ—মই তোপগাৰদত আছিলো; বাহিৰত থকা চুবেদাৰে সম্ভবতঃ যুদ্ধ আৰম্ভ কৰিছিল। মই শুইছিলো। "যুদ্ধ বিৰতিৰ" আদেশ দিয়া নাছিলো।

প্রঃ—যি তিনি চাৰিশ মানুহে চাহাব কেইজনক আগুৰি ধৰি গ্রিমউড্ চাহাবক হত্যা কৰে, সিহঁতে আপোনাৰ আদেশ

পালন কৰিছিল যদি, চাহাব সকলক পদূলি মুখলৈ আগ বঢ়াই নিলে সিহঁতে বাধা জন্মাব বুলি কেনেকৈ বুজিছিল ?

উঃ—মই চাহাব কেইজনক লগতলৈ আগবঢ়াব পৰা নাছিলো।

প্রঃ—২৪ তাৰিখে আপুনি ৰামাচৰণ মুখাৰ্জীক দেখিছিল নে? নাইবা তেওঁক কোনো পত্ৰ দিছিল নে ?

উঃ—মই তেওঁক দেখা নাছিলো। বোধকৰো সেনাপতিয়ে ৰেচিডেন্সিৰ পৰা পত্ৰ এখন পাই অনুবাদৰ কাৰণে ৰামাচৰণ মুখাৰ্জীৰ ওচৰলৈ পঠিয়াই দিছিল।

প্রঃ—'যুদ্ধ বিৰতিৰ' ধ্বনি কৰা সময়ত আপুনি ক'ত আছিল ?

উঃ—মই তোপ গাৰদত আছিলো, তাৰ পৰা দৰবাৰ গৃহলৈ যাওঁ।

প্রঃ—ৰজাই দৰবাৰত উপস্থিত হোৱা নাছিল কিয় ? তেওঁ তাত উপস্থিত থকাটো জানো ৰীতি নহয় ?

উঃ—চিফ্ কমিছনাৰে অকল যুবৰাজৰ সৈতে সাক্ষাত বিচাৰিছিল। চিফ্ কমিছনাৰ অহা জানিলে মহাৰাজেও নিশ্চয় দৰবাৰত উপস্থিত হলহেঁতেন।

প্রশ্ন :—দুৰ্গৰ বাহিৰে তোপ বহুৱাই কোনে ৰেচিডেন্সিৰ ফালে মাৰিবলৈ আদেশ দিছিল ?

উত্তৰ :—সেনাপতি আৰু চৰ্দ্দাৰসকলে মন্ত্ৰণা কৰি।

প্রশ্ন :—যুবৰাজ আৰু সেনাপতিৰ কৰ্ত্তব্য কি ?

উত্তৰ :—যুবৰাজে বিচাৰ কাৰ্য্য আৰু সেনাপতিয়ে সামৰিক বিষয় পৰিচালনা কৰে। ইতিপূৰ্ব্বে চাৰি বছৰে মই সেনাপতি আছিলো, যোৱা চেপ্তেম্বৰ মাহৰ পৰা যুবৰাজ হৈছো।

প্রশ্ন :—চিফ্ কমিছনাৰ আৰু চাহাব কেইজনক হত্যা কৰা সংবাদ পোৱাৰ পিচত, এওঁলোকৰ মৃতদেহ কি হ'ল কিবা অনুসন্ধান লৈছিল নে ?

উত্তৰ :—এওঁলোকৰ মৃতদেহ পুতি থোৱা সংবাদ পাই, আন কোনো অনুসন্ধান কৰা নহ'ল।

প্রশ্ন :—পলিটিকেল এজেণ্টে ইতিপূৰ্ব্বে আপোনাৰ বিৰুদ্ধে গুৰুতৰ অভিযোগ আনিছিল নে ?

উত্তৰ :—হয় আনিছিল ; মোক নিৰ্ব্বাসন কৰিবৰ আদেশ হৈছিল, কিন্তু চিফ্ কমিছনাৰৰ ঠাইত আপীল কৰাত সেই আদেশ বদ হয়।

এই আচামীৰ বিচাৰ প্ৰসঙ্গত আদালতে যি প্ৰশ্ন কৰিলে, তাৰ পৰা অনুমান হয় যেন বিচাৰকসকলে নিৰপেক্ষ নাছিল। আচামীৰ উত্তৰৰ পৰাও বুজা যায়, সম্ভৱতঃ আচামীয়ে প্ৰকৃত ঘটনা গোপন কৰিবৰ ইচ্ছা কৰা নাছিল। অবিকল অনুস্থাত অনুৰূপ পদ্ধতিৰে মণিপুৰৰ সৰ্ব্বপ্ৰধান চাৰিজন ব্যক্তি—মহাৰাজ কুলচন্দ্ৰ, যুবৰাজ টিকেন্দ্ৰজিৎ, সেনাপতি অঙ্গোসিংহ আৰু বৃদ্ধ মন্ত্ৰী থাঙাল জেনেৰেলৰ এজন এজনকৈ "কোৰ্ট অব স্পেচিয়েল কমিছনৰ" আগত বিচাৰ কাৰ্য্য সম্পন্ন হয়। বিচাৰকসকলে গমি পিতি চাই আটাই কেইজন আচামীকে দিলে মৃত্যুদণ্ড। ইংৰাজ গৱৰ্ণমেণ্টৰ ঘোষণা—"চৰমদণ্ড দিবলৈ হলে তাৰ সমৰ্থন গৱৰ্ণমেণ্টৰ পৰা আগধৰি লব লাগে।" গতিকে সমৰ্থনৰ বাবে এই দণ্ডাদেশ ইংৰাজ গৱৰ্ণমেণ্টৰ ওচৰলৈ পঠোৱা হ'ল (১)।

কমিছনৰ ৰায়ৰ বিপৰীতে আপীল কৰিবলৈ যথাৰীতি অনুমতি বিচাৰি আচামীসকলৰ হকে তেতিয়াৰ কলিকতা হাই কোৰ্টৰ সুপ্ৰসিদ্ধ বেৰিষ্টাৰ মনোমোহন ঘোষে ইংৰাজ গৱৰ্ণমেণ্টৰ ওচৰত আবেদন জনালে। দুৰ্ভাগ্যবশতঃ সেই আবেদন মঞ্জুৰ নহ'ল। ইংৰাজ গৱৰ্ণমেণ্টে আচামীসকলক মাত্ৰ এইখিনি অনুগ্ৰহ দেখুৱালে যে, ইচ্ছা কৰিলে কমিছনৰ বিচাৰৰ বিৰুদ্ধে আচামীসকলে ইংৰাজ গৱৰ্ণমেণ্টৰ ওচৰত প্ৰতিবেদন দাখিল কৰিব পাৰে। আন উপায় নোহোৱাত বেৰিষ্টাৰ মনোমোহন ঘোষে স্পেচিয়েল কোৰ্টৰ বিচাৰৰ ৰায়ৰ বিপৰীতে উক্তৰূপে ৩১ শ জুলাই তাৰিখে প্ৰতিবেদন দাখিল কৰিলে। এই প্ৰতিবেদনত ঘাইকৈ তলত দিয়া যুক্তিৰে তেওঁ আচামী মহাৰাজ কুলচন্দ্ৰ আৰু যুবৰাজ টিকেন্দ্ৰজিতৰ নিৰ্দ্দোষিতা সাব্যস্ত কৰিব খুজিছিল।

(১) মণিপুৰ স্বাধীন ৰাজ্য। বৃটিছৰ সামৰিক আৰু বেসামৰিক বিষয়া আৰু সৈনিকসকল মাৰাত্মক অস্ত্ৰ-শস্ত্ৰৰ দ্বাৰা সজ্জিত হৈ মনে মনে ৰাতি অনধিকাৰে ৰাজহাউলিৰ গড় পাৰ হৈ এই ৰাজ্যৰ যুবৰাজক অকস্মাতে বলপূৰ্ব্বক আটক কৰিবলৈ যি চেষ্টা কৰিছিল, তাক বাধা দিয়াটো মহাৰাণীৰ বিৰুদ্ধে যুদ্ধ কৰা অভিযোগত অভিহিত কৰিব নোৱাৰি।

(১) পৰিশিষ্ট

(২) বৃটিছ সৈনিকসকলে স্বাধীন ৰাজ্য এখন আক্ৰমণ কৰিবলৈ যাহি যুদ্ধ ঘোষণা নকৰাকৈ আকস্মিক ভাবে নৰহত্যা, গৃহদাহ, মন্দিৰ লুণ্ঠন আদি গুৰুতৰ অমানুষিক অত্যাচাৰ কৰিছে। এনেবোৰ কাৰ্য্যৰ বিপৰীতে আত্মৰক্ষাৰ বাবে বল প্ৰয়োগ কৰিলে মহাৰাণীৰ বিৰুদ্ধে যুদ্ধ কৰা অভিযোগ সাব্যস্ত হব নোৱাৰে।

(৩) ইংৰাজ কৰ্ম্মচাৰী চাৰিজনৰ হত্যাৰ সম্পৰ্কত আচামী দুজনৰ বিপক্ষে হত্যাৰ সহায়তা কৰা অভিযোগ নিৰৰ্থক; যিহেতু ফৰিয়াদীৰ সকলো সাক্ষীৰ জবানবন্দীৰ পৰা প্ৰমাণ হৈছে যে, মহাৰাজ কুলচন্দ্ৰ এই বিষয়ে সম্পূৰ্ণ অজ্ঞাত আছিল। যুৱৰাজ টিকেন্দ্ৰজিতে এই কাৰ্য্যৰ সম্পূৰ্ণ বিৰোধিতা কৰিছিল।

(৪) মহাৰাজ কুলচন্দ্ৰ আৰু যুৱৰাজ টিকেন্দ্ৰজিৎ বৃটিছ গৱৰ্ণমেণ্টৰ প্ৰজা নহয়; গতিকে তেওঁলোকৰ বিচাৰ সেই গৱৰ্ণমেণ্টৰ স্পেচিয়েল কোৰ্টে কৰিবৰ অধিকাৰ নাই।

যথাসময়ত বৃটিছ গৱৰ্ণমেণ্টে যুৱৰাজ টিকেন্দ্ৰজিৎ আৰু থাঙাল জেনেৰেলৰ আপীল তেনেই নামঞ্জুৰ কৰি তেওঁলোকৰ ওপৰত স্পেচিয়েল কোৰ্টে দিয়া প্ৰাণদণ্ডৰ ৰায় বলবৎ কৰিলে। মহাৰাজ কুলচন্দ্ৰ আৰু সেনাপতি অঙ্গোসিংহৰ আপীলৰ ফল স্বৰূপে তেওঁলোক দুজনক মৃত্যুদণ্ডৰ পৰা অব্যাহতি দি যাবজ্জীৱন দীপান্তৰৰ আদেশ দিলে। আচামী সকলৰ যথাসৰ্ব্বস্ব গৱৰ্ণমেণ্টৰ হাইত বাজেয়াপ্ত হ'ল। এইদৰে বৃটিছ গৱৰ্ণমেণ্টে গম্ভীৰ সিংহৰ ৰাজ বংশৰ উচ্ছেদ কৰিলে।

মণিপুৰৰ জনপ্ৰিয় যুৱৰাজ টিকেন্দ্ৰজিৎ আৰু শক্তিশালী মন্ত্ৰী থাঙাল জেনেৰেলৰ প্ৰতিকূলে বৃটিছ গৱৰ্ণমেণ্টৰ বিচাৰৰ চূড়ান্ত নিষ্পত্তি মণিপুৰৰ ইংৰাজ শাসন কেন্দ্ৰত অতিগোপনে এইদৰে জনোৱা হ'ল যে, ১৩ আগষ্ট তাৰিখে এই নিষ্পত্তিৰ ফলাফল প্ৰচাৰৰ লগে লগে দুয়োজন অপৰাধীৰ প্ৰকাশ্যে ফাঁচি হব লাগে। নিৰ্দ্দেশ অনুযায়ী বিচাৰৰ শেষ ৰায় ঘোষণাৰ লগে লগে আবেলি ৰাজহাউলিৰ ওচৰৰ প'লো খেলপথাৰত যুৱৰাজ আৰু মন্ত্ৰীক ফাঁচি দিবলৈ ইংৰাজ কৰ্ম্মচাৰী সকলে উৎসাহেৰে জৰী-কাঠ সাজু কৰিলে। খেল পথাৰ বধ্যভূমিত পৰিণত হ'ল। এই ভয়াবহ দৃশ্য চকুৰে দেখাৰ আগতে শোকাভিভূত মণিপুৰীৰ অন্তৰ কঁপি

উঠিল। সকলোৱে ম্ৰিয়মান হৈ শৱযাত্ৰীৰ দৰে চকুপানী মচি পথাৰৰ ফালে খোজ ললে। এই মৰ্ম্মস্পৰ্শী দৃশ্য চাবলৈ জনতাই পথাৰ উপচি পৰিল। হাজাৰ বিজাৰ মাইকী মানুহ তাত সমবেত হৈছিল, ৰীতি অনুসৰি যুৱৰাজৰ মুক্তিৰ কাৰণে। সেই যুগত মণিপুৰত প্ৰচলিত প্ৰথা আছিল যে, যদি লেখত লব লগা সংখ্যক মাইকী মানুহে প্ৰাণদণ্ডত দণ্ডীত হোৱা অপৰাধীৰ প্ৰাণ ভিক্ষা কৰে, তেন্তে সেই অপৰাধীক চৰম দণ্ডৰ পৰা অব্যাহতি দিয়া হয়। এই ক্ষেত্ৰতো সেই ৰীতি খাতিৰ বুলি ভাবি যুৱৰাজৰ মুক্তিৰ কাৰণে অগণন মাইকী মানুহ পথাৰ ভৰি পৰিল ; কিন্তু সি সকলো হ'ল মাথোন নিষ্ফল প্ৰয়াস।

ফাঁচিৰ সময় ওচৰ চাপিল। নগৰৰ চাৰিও ফালে বৃটিছ সৈন্য মোতায়েম হ'ল। সসস্ত্ৰ পুলিচ আৰু ইংৰাজ সৈনিকে বধ্যভূমিলৈ শাৰী পাতিলে। সামৰিক আয়োজন সুদৃঢ় কৰাৰ পিচত যুৱৰাজ টিকেন্দ্ৰজিৎ আৰু ৮৫ বছৰীয়া বৃদ্ধ মন্ত্ৰী থাঙাল জেনেৰেলক হাতে ককালে শিকলি লগাই আনি মুকলি আকাশৰ তলত মহা উল্লাসেৰে ইংৰাজ সকলে দুয়োকো ফাঁচি দিলে— ১৩ আগষ্ট তাৰিখে আবেলি পাঁচ বজাত।

ঘৰুৱা বিবাদৰ সূত্ৰলৈ নাইবা ভিতৰত হোৱা ভেদ সৃষ্টিৰ সুযোগ লৈ সাম্ৰাজ্য বিস্তাৰ কৰাত ইংৰাজ সদায় তৎপৰ আছিল। ভাৰতৰ আন ঠাইৰ নিচিনাকৈ মণিপুৰতো তেওঁলোকে এই পদ্ধতিৰ পূৰ্ণ সুযোগ ললে। বৃটিছ গবৰ্ণমেণ্টে ভালদৰে বুজিছিল যে, টিকেন্দ্ৰ-জিতৰ নিচিনা সুদক্ষ, বুদ্ধিমান আৰু প্ৰতিপত্তিশালী ব্যক্তি এজনে মণিপুৰৰ ৰাজকাৰ্য্য চলোৱাৰ গুৰীয়াল হলে, অতি আৱশ্যকীয় এই পূৰ্ব্বাঞ্চলত বৃটিছৰ প্ৰভাৱ বিস্তাৰ কৰা সহজ নহব। গতিকে তেওঁক ৰাজ ক্ষমতাৰ পৰা বঞ্চিত কৰা এওঁলোকৰ অভিপ্ৰায় আছিল। যদি ইও হয় যে, টিকেন্দ্ৰজিতৰ বুদ্ধি পৰামৰ্শমতে অন্যায়কৈ ৰজা সুৰচন্দ্ৰক তেওঁৰ ৰাজ্যৰ পৰা বিতাৰিত কৰা হৈছিল, তথাপি সুৰচন্দ্ৰৰ অকৰ্ম্মন্যতাৰ কাৰণে তেওঁ ৰাজপাটৰ অনুপযোগী বুলি বৃটিছ গবৰ্ণমেণ্টে এবাৰ মানি লৈ পিচত শান্তিপূৰ্ণভাবে সেই সম্মতি ৰদ্ নকাৰকৈ অনাধিকাৰে টিকেন্দ্ৰজিতৰ ৰাজ্যত সোমাই নানা লঘুলাঞ্চনাৰে সাধাৰণ অপৰাধীৰ দৰে বলেৰে তেওঁক বন্দী

কৰি নির্ব্বাসন কৰাটো বৃটিছ গবর্ণমেণ্টৰ পক্ষে যে সম্পূর্ণ অবিধেয় কার্য্য হৈছিল, তাত অলপো সন্দেহ নাই। সুৰচন্দ্রৰ পুনৰ ৰাজ্য প্রাপ্তি সমর্থন কৰিবলৈ যদি ন্যায়ৰ কাৰণে ইংৰাজে প্রকাশ্য যুদ্ধ ঘোষণা কৰিলেহেঁতেন, তেন্তে তাক কূট ৰাজনীতি সাপেক্ষ কার্য্য বুলি কবলৈ যুক্তি আছিল। কিন্তু বৃটিছ গবর্ণমেণ্টে তাকে নকৰি একপক্ষে কুলচন্দ্রক ৰজা বুলি মানি লৈ আনপক্ষে টিকেন্দ্রজিতৰ বিপৰীতে ছল চাতুৰী কৰি এই নিদাৰুণ ব্যৱস্থা হাতত লোৱাটো ইংৰাজ ৰাজত্বৰ এটা কলঙ্কময় বিধান বুলিব পাৰি।

১৮৯১ চনৰ মণিপুৰ যুদ্ধলৈকে ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধি বলবৎ আছিল। সেই সন্ধিৰ চর্ত্ত অনুযায়ী মণিপুৰ সম্পূর্ণ স্বাধীন ৰাজ্য ১). কেবল পৰস্পৰৰ স্বার্থৰক্ষাৰ কাৰণে বৃটিছ গবর্ণমেণ্টৰ সৈতে মিত্ৰৰাজ্য (Treaty State) স্বৰূপে সন্ধিসূত্রে আবদ্ধ আছিল। এনেস্থলত ৰজা সুৰচন্দ্রৰ প্রতিবেদনত গবর্ণৰ জেনেৰেলে যুবৰাজ কিম্বা অইন কাকো শাস্তি দিবলৈ চিফ্‌কমিছনাৰক নির্দ্দেশ দিয়া বিধিসঙ্গত বুলিব নোৱাৰি। ইংৰাজে সুৰচন্দ্রৰ ঠাইত কুল-চন্দ্রক ৰজা বুলি ঘোষণা কৰি লগতে মণিপুৰৰ সর্ব্বশক্তিমান যুবৰাজ টিকেন্দ্রজিতক বন্দী কৰি নি তেওঁক নির্ব্বাসন কৰাই আছিল ইংৰাজৰ মুখ্য উদ্দেশ্য। স্বাধীন দেশ এখনৰ আভ্যন্তৰিক বিবাদৰ সুযোগ লৈ সেই দেশৰ ওপৰত এনেদৰে হস্তক্ষেপ কৰা দৃষ্টান্ত ইতিহাসত বিৰল। বৃটিছ পার্লিয়ামেণ্টত এই গর্হিত কার্য্যলৈ তুমুল তর্কবাদ হোৱাত, সেয়েহে তেতিয়াৰ ভাৰতৰ আণ্ডাৰ চেক্রেটাৰী চাৰ জন্ গৰষ্টে টিকেন্দ্রজিতৰ ফাঁচি সমর্থন কৰি কবলগীয়া হৈছিল "মই স্বীকাৰ কৰো যে, ভাৰত গবর্ণমেণ্টৰ এইটো সুবিবেচনা আৰু শুদ্ধ যুক্তি যে সেনাপতিৰ (টিকেন্দ্রজিৎ) যি অসীম কার্য্যক্ষমতা আৰু স্বাধীন মনোবৃত্তি আছিল সি আমাৰ পক্ষে প্রশাসনীয় অযোগ্যতা; আৰু পৃথিবীৰ নিৰাপদৰ বাবে মধ্যম শ্রেণীৰ বুদ্ধিবৃত্তি থকা জনৰ ওপৰত নির্ভৰ কৰাহে উচিত নীতি হব।" গতিকে এই নীতিৰ আশ্রয়লৈ

(১) "On the conclusion of the Burmese war, by the treaty of Yendabo in 1826, Manipur was decleared independent."

—'Statistical Account of Manipur "by Mr. Brown.

২১ চেপ্তেম্বৰৰ ৰাজহাউলিৰ ঘটনাসূত্ৰে টিকেন্দ্ৰজিতক চিৰকাললৈ তেওঁৰ মাতৃভূমি মণিপুৰৰ পৰা অন্তৰিণ কৰাই আছিল ইংৰাজৰ ষড়যন্ত্ৰৰ মূল কাৰণ।

সাধাৰণতে থাঙাল জেনেৰেলক এটা বিকট স্থূল শক্তিৰ প্ৰতিমূৰ্ত্তি যেন লাগে। কিন্তু সেই যুগৰ মানদণ্ডত জোখ ললে থাঙালৰ বিচাৰ বুদ্ধি কম নাছিল। বিশেষকৈ তেওঁ যেতিয়া সকৰে পৰা যোদ্ধা আছিল, তেতিয়া তেওঁৰ মনত হিংসাৰ বিপৰীতে প্ৰতিহিংসা জ্বলি উঠিছিল। সপত্নীক দম্ভুচৰ্দ্ধাৰৰ হত্যা, ততোধিক তাৰ দুই জীৰ পৰস্পৰৰ কেশ বন্ধনেৰে অগ্নিদাহন কাৰ্য্যৰ সৈতে ৰিজাই চালে থাঙালৰ নিষ্ঠুৰতা তেনেই পাতলি যায়। থাঙ্গালৰ অন্তৰ ভৰা স্নেহে বাল্যাবধি টিকেন্দ্ৰজিতক আবৰি ৰাখিছিল। সেই যুবকৰ প্ৰতি বৃটিছ গৱৰ্ণমেণ্টৰ নিৰ্ব্বাসন আজ্ঞা থাঙালৰ পক্ষে অসহনীয় হয়। অভিজ্ঞ বৃদ্ধ থাঙালে তেওঁৰ কঠোৰ আদেশৰ পৰিণাম নজনাকৈ নাছিল; সবশেষত তেওঁ যেতিয়া বুজিলে যে মণিপুৰৰ স্বাধীনতা অপহৃত হোৱা সুনিশ্চিত. তেতিয়া ৰজা আৰু প্ৰজাৰ ওপৰত অবিচাৰে কৰা অত্যাচাৰৰ প্ৰতিকাৰ কৰিবলৈ অইন কোনো ব্যৱস্থাই সমূচিত নহব ভাবি, তেওঁ আক্ৰমণকাৰী শত্ৰুক এইদৰে আসুৰিক বিধানেৰে নিপাত কৰা বিধেয় বুলি ভাবিছিল। নিৰক্ষৰ আৰু অমাৰ্জ্জিত বৃদ্ধ মন্ত্ৰীৰ কঠোৰতাৰ ঘাই কাৰণ আছিল স্বদেশ প্ৰেম, আত্মাভিমান, আৰু মণিপুৰ ৰাজশক্তিৰ প্ৰতি অচলা আৰু অপৰিমেয় শ্ৰদ্ধা।

যুবৰাজ টিকেন্দ্ৰজিৎ আৰু মন্ত্ৰী থাঙাল জেনেৰেলৰ ইহলীলা সম্বৰণ হোৱাৰ লগে লগে মণিপুৰ যুদ্ধৰ অবসান হয়। মহাৰাজ কুলচন্দ্ৰ আৰু সেনাপতি অঙ্গৌসিংহক কিছুদিন বন্দীশালত ৰাখি অতি সংগোপনে এদিন ৰাতি পৰ্ব্বত অৰণ্যৰ মাজে মাজে অসমলৈ পঠিয়াই দিয়ে। অলপ কেইদিনমান তেওঁলোকে তেজপুৰ জেইলত আৱদ্ধ হৈ থকাৰ পিচত কলিকতাৰ আলিপুৰ জেইললৈ স্থানান্তৰিত কৰা হয়। আলিপুৰত এওঁলোক সৰহ কাল নাছিল। তাৰ পৰা মণিপুৰৰ মহাৰাজ আৰু সেনাপতিয়ে আন্দামানত নিৰ্ব্বাসন দণ্ড ভোগিব লগীয়া হয় আৰু তাতেই তেওঁলোৰ জীৱনৰ সমাপ্তি ঘটে।

টিকেন্দ্রজিৎ আৰু আন আন সকলৰ বিচাৰ কাৰ্য্যৰ সময়ত স্বাধীন মণিপুৰ ৰাজ্যত ভাৰতীয় দণ্ডবিধি আইন কিম্বা ইংৰাজৰ কোনো আইনে প্রচলিত নাছিল। যি স্পেচিয়েল কোর্টে তেওঁলোকৰ বিচাৰ কৰিছিল সেই কোর্ট বৃটিছ পার্লিয়ামেণ্ট নাইবা গবৰ্ণৰ জেনেৰেলৰ কাউন্সিলৰ বিধানৰ দ্বাৰা নিযুক্ত হোৱা নাছিল। তদুপৰি এনে গুৰুতৰ অপৰাধৰ বিচাৰত নিম্ন আদালতত আচামীক আইনজ্ঞ ব্যক্তিৰ সহায়ৰ পৰা বঞ্চিত কৰাটো কি যুক্তিৰে বৃটিছ চৰকাৰে সমর্থন কৰিব পাৰিছিল সেইটো কব নোৱাৰি। সেই কাৰণে কেপ্তেইন হেয়াৰ্চে (Captain Hearsay) ইয়াক বিচাৰৰ ভেকোভাওনা বুলি আখ্যা দিছে (১)।

মণিপুৰৰ অৰাজক অৱস্থা বেচিদিনলৈ নাথাকিল। যি কোনো ৰাষ্ট্রীয় জটিলতা বঢ়াৰ আগেয়ে বৃটিছ গবৰ্ণমেণ্টে মণিপুৰৰ স্বাধীনতা লোপ কৰিলে আৰু মহাৰাজ গম্ভীৰ সিংহৰ বংশধৰ সকলক মণিপুৰ ৰাজ সিংহাসনৰ অধিকাৰৰ পৰা বঞ্চিত কৰি তেওঁলোকৰ ইচ্ছানুসৰি ৰাজকাৰ্য্য চলাবলৈ "লৰা ৰজা" এজনক মণিপুৰৰ ৰজা পাতিলে। এওঁ আছিল চূড়াচাঁন্দ সিংহ, মণিপুৰৰ ভূতপূৰ্ব্ব ৰজা গম্ভীৰ সিংহৰ সেনাপতি নৰসিংহৰ নাতিয়েক চৌবিয়ামাৰ পুতেক। তেতিয়া চূড়াচাঁন্দৰ বয়স মাত্র পাঁচ বছৰ। ১৮৯১ চনৰ ১৮ চেপ্তেম্বৰ তাৰিখে বৃটিছ গবৰ্ণমেণ্টৰ গেজেটত নাবালক চূড়াচাঁন্দক মণিপুৰৰ ৰাজসিংহাসন অৰ্পণ কৰাৰ ঘোষণা প্রচাৰ হোৱাৰ প্ৰায় এবছৰ পিছত ১৮৯২ চনৰ ২৯ চেপ্তেম্বৰ তাৰিখে এওঁৰ অভিষেক উৎসব সম্পন্ন হয়। ১৯০৮ চনৰ ফেব্রুৱাৰী মাহত তেওঁ সাবালক হোৱাত ৰীতি অনুসৰি ৰাজপাটত বহে। অভিষেক উৎসৱৰ গৰিমা বঢ়োৱাৰ কাৰণে অসমৰ লেফ্‌টেনেণ্ট গবৰ্ণৰ চাৰ লেনচেলট হেয়াৰ (Sir Lancelot Hare) তাত নিজে উপস্থিত আছিল। চূড়াচাঁন্দৰ নিযুক্ত পত্রত মণিপুৰ সম্পূর্ণ ভাবে বৃটিছৰ অধীনত কৰদ ৰাজ্য বুলি নির্দ্ধাৰিত হৈছিল।

---

(১) "The trials of the accused princes and all others concerned in the death of Mr. Quinton etc. have been one of the most outrageous farces and parodies of justice that have ever yet been exhibited to the Indian Nation."

এতিয়া ভাৰতৰ আন আন কৃতিসন্তানৰ প্ৰতিকৃতিৰ লগতে দেশপ্ৰেমিক টিকেন্দ্ৰজিৎ বীৰ সিংহৰ প্ৰতিকৃতি ভাৰতৰ পাৰ্লিয়া-মেণ্ট ঘৰত আঁৰি তেওঁৰ প্ৰতি ভাৰতবাসীৰ শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰিছে।

---

## CHARGE.

The court hereby charges you—

Tikendrajit Singh alias Jubraj alias Senapati of Manipur.

**1st Count :**

That you on or about 24th March, 1891 at Manipur waged war against the Queen Empress and thereby committed an offence punishable with death or transportation for life and forfeiture of all property.

**2nd Count :**

That you on or about 24th March, 1891 at Manipur abetted the offence of murder viz. the murder of Mr. Quinton, Chief Commissioner of Assam, Colonel Skene of 42nd Ghurkha Rifles, Lieutenant Simpson of 43rd Ghurkha Rifles and Mr. Cossins, Assistant Secretary to the Chief Commissioner of Assam and thereby committed an offence within the cognisance of this Court and directs that you Tikendrajit Singh alias Jubraj alias Senapati of Manipur be tried on the said charge.

The charge is read over and explained to the accused and he is asked to plead.

**Sd/- St. John Fancoert Michel L/c.**
Presidnt.

Q. Are you guilty or not guilty of the charges you have heard read over ?
A. Not guilty. **Sd - St. John Michel L/Col.**
President.

The Court adjourns to enable the prisoner to prepare his written statement of defence at 5 p.m. on the 4th June.

**Sd/- St. John Fancort Michel L/Col.**
President

## ADDITIONAL CHARGE

The Court hereby further charges you Tikendrajit Singh alias Jubraj alias Senapati of Manipur.

**3rd Count :**

That you on or about 24th March, 1891 at Manipur committed murder viz. the murder of Mr. Quinton, Chief Commissioner, Colonel Skene of 42nd Ghurkha Rifles, Lieutenant Simpson of 43rd Ghurkha Rifles and Mr. Cossins Assistant Secretary to the Chief Commissioner of Assam and thereby committed an offence punishable with death or transportation for life, an offence within the cognisance of this court and directs that you Tikendrajit Singh alias Senapati of Manipur be tried on the said charge.

The Charge is read over and explained to the accused and he is asked to plead.

**Sd/- St. John Fancort Michel**
President

Q. Are you guilty or not guilty of the charge you have heard read over ?

A. Not guilty. **Sd/-St. John Michel**

**June 25, 1891.**

**The trial of the Jubraj.**

The Judgment of the Court.

**1st Count of the Charge :**

The accused pleads not guilty to the first count of the charge against him, viz. waging war against the Queen Empress, and though he admits having fired upon the British troops sent to arrest him, he states that he did so more in self-defence than with any idea of waging war against the Queen.

That it was the intention of the Manipuri Durbar to resist forcibly any order of the Government of India, which was not in accordance with their wishes, we have the evidence of Bama Charan Mukerji, clerk to the Regent, who states that preparation for resistance and attack was made a fortnight before the arrival of the Chief Commissioner.

The Manipuri Durbar had heard that the late Maharaja of Manipur, who had abdicated, was on the road from Kohima to Manipur, in company with the Chief Commissioner of Assam and the accused does not deny that warlike preparations were made to resist. The accused was president of the Council when it was decided to send 1,000 Manipuri soldiers to Mao Thana to oppose the advance. It was only on receipt of a telegraph message, stating that the ex-Maharaja was not in company with the Chief Commissioner that this most daring attempt to oppose the Government of India's orders was abandoned.

We may take the events which occurred from the 21st March when the Chief Commissioner arrived at Sengmai, up to the night of the 23rd of March, as related by the witnesses and the accused himself, as they agree, except on the points (1) of an interview with Mr. Grimwood, (2), the illness of the accused, and (3) his presence at the (Regent's) Durbar.

The plea of sudden illness, through which the accused was unable to attend any Durbar on the 22nd and 23rd. cannot be accepted as valid. Everything tends to prove that it was a mere pretence to avoid a meeting with the Chief Commissioner. The accused was able to meet the Chief Commissioner some miles out of Manipur, he was able to attend the durbar at noon on the same day on horseback and it was only after he had been kept waiting outside the Residency gate some little time that he returned to his house.

The suspicions had been aroused that he was about to be arrested. We have it in evidence that a rumour had been current for some time in Manipur that the accused's arrest was contemplated by the Chief Commissioner, and there is further evidence to show that the accused was well enough to attend the Regent's Durbar on the afternoon of the 23rd. and to take an active part in the attack of the 24th. Babu Bama Charan Mukerji, second witness, states that the accused was present at the Regent's Durbar on the afternoon of the 23rd March, held in the palace, to discuss the orders of Government. The accused states he was not there. The second witness, Babu Bama Charan, has given his evidence, throughout, in a most straight forward manner, and appears to have a good memory of the smallest details which happened, and his evidence on this point may be accepted. We come then to the morning of the 24th March.

It is proved by all the witnesses for the prosecution and admitted by the accused and the witness for the defence, that firing between the Manipuris and British soldiers commenced early in the morning of the 24th, and continued uninterrupted all day, until about eight 0' clock in the evening. The accused pleads in extenuation, that his troops were fiued on first.

Of his own witnesses only one (the third) asserts that the British fired first, and this witness was, by his own admission, not in a position to make any such assertion, as he states he was awakened by the sound of firing and immediately ran away. Whereas, on the other hand we have the evidence of Captain, Butcher, Lieutenant Chatterton, and Havildar Dhup Chand, that the British troops did not open fire first, and both officers

testify to the strict orders given to officers of the commanding parties, that our troops were not to fire unless fired on first. We are, therefore, justified in assuming that the first fire came from the Manipur side. The accused is proved by the evidence to have taken an active part in the attack on the Residency on the 24th. He was found at an early hour in the morning superintending the men at the north-east corner of the ramparts, from which the Manipuris were firing on his own house, then occupied by the British troops. He was found in the evening superintending the laying of a gun, and the construction of an embrasure at the west wall, and he admits being in command and ordering the "cease fire" on the evening of the 24th. It is impossible to doubt that he could, had he so wished, have stopped the firing of his troops on the British at any moment, and hoisted a flag of truce. Finally, he demanded the surrender of the British troops on the night of the 24th.

The court are unanimous in the opinion that the first count of the charge has been proved against the accused.

**2nd Count :**

It is admitted that the British Officers met the accused at a Durbar inside the Fort on the night of the 24th March. The accused states that after expression of regret on both sides as to the events which had occurred during the day, he required the British troops to lay down their arms, and on this condition alone would he give them a safe conduct to Kohima, and he mentioned that the Manipuri troops were so infuriated as to be quite beyond his control.

On the refusal of the Chief Commissioner to accede to the terms, the Durbar broke up, the accused left the Durbar and proceeded in the direction of the Tope Guard, leaving the British officers to make their way out as best they could, in the opposite direction. This action, so contrary to the strict Oriental ideas of etiquette, and quite opposed to the usual custom in Manipur, was very expressive of anger against and contempt for the British representative.

The crowd already excited, and encouraged no doubt by this attitude of their Prince, at once broke out into demons-

* Control room.

trations of violence against the officers, striking at them with spears, the butts of their rifles and swords and shouting out "kill", "kill". One of the officers was wounded and it was only owing to the exertions of Angao Ningto that the officers were enabled to gain the shelter on the Durbar Hall steps. One of them, Mr. Grimwood, was stabbed just as he entered the gate of the compound and fell under the steps, and died there. The accused, hearing the uproar, returned and drove off the crowd, apparently without any great difficulty. This affords strong proof of the great control he possessed over his men. He then ordered Angao Ningto to guard the Officers safely, and went away making no further efforts for their safety, although he had seen the dead body of Mr. Grimwood, for whom he claims to have entertained a strong personal friendship, lying under the steps and must have known in what imminent danger the lives of the remainder were.

He made no effort to see the officers safe to their camp. He says he did not do this owing to the heavy firing going on at the time; but we have conclusive evidence to prove that firing did not recommence until midnight and the Durbar has been proved to have been held at about nine O' clock

The accused himself, further on, states that when he was met on the wall by Jatra Singh and Usurba, there was no firing going on and these witnesses sought him on the wall shortly after he left the Durbar Room. This excuse may, therefore, be dismissed as untrue.

It is evident that the accused could not have been doubtful of his power to conduct the officers outside the gates, had he wished to do so, for his own men had just given him an excellent proof of their obedience and of the influence he possessed over them. Even had the above excuses been valid, there was nothing to prevent his taking the officers either to the Tope Guard or to the citadel, where they would have been in perfect safety.

He merely told Angao Ningto to go and guard them, and went off to the ramparts to look after the troops, proving thereby that if he had not then desired to kill the officers, he intended to keep them prisoners, for some ends of his own. While accused

was on the ramparts, Jattra Singh and Usurba reported to him that the Tongal General had given orders for the officers to be killed but they wanted his, the accused's orders. There is some discrepancy in the evidence of the witnesses. Jatra Singh says the accused merely said : "Let us go and consult the old man", but Usurba states, the accused said, that the Thngal General's. orders were not to be obeyed, and that he would come and see about it.

Jattra Singh was present in the Tope Guard when the accused taxed the Tongal General with having ordered the death of the officers, but he did not wait for the end of the conversation. Usurba, the companion of Jattra, went to the Durbar Hall, and he saw, the accused passed on his way to have an interview with the Tongal General, in the Tope Guard, and about half an hour afterwards, Yenkoiba, came from there and said that the General (Tongal) had ordered the British officers to be made over to the public executioner. He then described how the officers were taken out of the Durbar Hall and marched to the Dragon gate, but he did not see the execution. He then went to the Tope Guard. In his examination-in-chief he says the accused was not there and then in cross examination he said he was there.

Heda Chowbi, 11th witness, confirms the evidence of Usurba, but adds that when he returned to the Tope Guard after making the officers over to the executioner, he found the accused there in conversation with the Tongal General, and, according to this witness, the sirdar of executioners was present at the executions.

The evidence of Yenkoiba, 14th witness, corroborates that of Usurba and Heda Chowbi, and gives some further important particulars. He says for instance, that the Tongal General said to him : "The Jubraj before this told you to give the Sahibs over to the executioner, why have you not done it ?" And further on he states that when the Tongal General said this, the accused was in the same room, apparently asleep. He says he did not see the accused in the Tope Guard, when he went back there, after having made the officers over to the executioner. He denies having called the executioners.

The executioner, tenth witness, gives details of the execution. He says he was there by order of the Jubraj, and that Yenkoiba called him. The inference of his evidences is, that the Sutwal or chief executioner, was not present at the executions.

The Sutwal, or chief executioner, twelfth witness, corroborates the above, and is certain that Yenkoiba, called them. He also states that he was not present at the execution. The evidence of all the Manipuri witnesses bears the impress of truth up to a certain point, that is, not one of them, save the executioner, will admit having seen the executions, and their evidence as to what happened immediately on the executions is most unreliable.

The statement of Jattra Singh that he went away just as the accused and the Tongal General were arguing as to the murder of the officers, on whose behalf he had made such exertions, and in whose fate he had expressed so much interest, is altogether incredible, and such a statement can only be attributed to a disinclination to repeat the conversation he heard. The statement of the accused, that when he came back to the Tope Gurd, to confer with the Tongal General about the latter having ordered the officers to be killed and that after the General had given his reasons for giving such an order, that he, the accused, lay down and went to sleep, is almost beyond the bounds of credence. If he really did so, such an action would have implied nothing but consent to the murder of the officers, that he had yielded to the arguments of the Tongal General. That the accused acquiesced in them, and that the second order for the executioners to be sent for, was the result of this acquiescence, the Court has no doubt, indeed; any other belief is impossible. The accused, according to his own account, returns, to having ordered British officers to be put to death, he argues the case with him, and rebukes him ; yet although the Minister is, next to himself, the greatest power in the state, and had shown himself more than anxious to murder the officers, the accused after little argument, lay down.

Such callousness, if he was really interested in the fate of the officers, is incomprehensible. He sent none of his followers to warn the sentries on no account to give the officers up to

any one without his orders, nor did he have them removed to the citadel (only distant some 50 yards) where their safety would have been assured.

If Usurba refused in the first instance to carry out the orders of the Tongal General, without the distinct orders of the accused and heard him express his disapproval and countermand the order, and when he knew that when the second order came the accused was close at hand in the Tope Guard, Usurba must have been given to understand that the result of the conference, to which he had seen the accused go, was a confirmation of the original order that the officers should be put to death.

Moreover, the fact that in the first instance the Tongal General merely ordered the sentries to kill the officers, and that in the second instance an order was made for their delivery to the public executioner, which gave the deed a sort of legal aspect, and made of it a public ceremonial order by the ruling power, would warrant the assumption that in the second instance a far higher power than the Tongla General had ordered the execution. The fact that neither the Tongal General, nor any of the parties directly concerned in the executions, were in any way punished by the accused confirms this.

The court is unanimous in its opinion that the second count of the charge has been clearly proved against the accused. With reference to the third count, there is no evidence to prove that the accused was present when the murders were committed, the Court finds the accused not guilty of the count.

**Sd/-St. John Fancort Michel, Lt. Col.**
President.
**Sd/- R. K. Ridgeway, Major.**
Commandant, 44th G. R.
**Sd/- A. W. Davis, Dy. Commr.**
Naga Hills.

## FINDING AND SENTENCE.

The court finds that you, Tikendrajit Singh, are guility of the 1st and 2nd counts of the charge that is to say, that you on or about the 24th March, 1891, at Manipur waged war against the Queen-Empress and abetted the murder of the Chief Commissioner of Assam, Mr. Quinton, of Colonel Skene, 42nd G.R., of Lieutenant Simpson, 43rd G.R., and of Mr. Gossins, Assistant Secretary to the Chief Commissioner of Assam.

The Court finds that you are not guilty of the third count of the charge.

The Court directs that you Tikendrajit Singh alias Jubraj alias Senapati of Manipur, be hanged by the neck till you are dead.

Sd/- St. J. F. Michell, President,

Sd/- R. K. Ridgeway }
Sd/- A. W. Davis } Members.
Manipur, 11th June.

The above sentence is subject to the confirmation of the Governor General in Council to whom the record of this trial will be forwarded.

———

The trial of Thangal General, June 1, 1891.

## JUDGMENT.

The accused Thangal Sing, better known to the Manipuris as Thangal General, is a very old servant of the State and one of the most trusted advisers of the Darbar. Though he states his influence has of late years declined, it is still clear he is an official of some distinction, for he admits he was selected to represent the State at Mao Thannah when the Chief Commissioner crossed into Manipur territory, as also, to accompany the Regent and other officials to the Darbar fixed for noon on 22nd March, 1891. There is nothing in the evidence to show that the accused took an active part in the fighting on 24th idem until the evening. He then took advantage of the temporary truce to enter the Fort and from that time until the terrible massacre which occurred later in the night, the prosecution had endeavoured to prove, he occupied a very leading position. It is proved he was present at the darbar held on the road in front of the darbar house and that after the darbar he went to the Tope Guard. This Guard is close to the darbar house and it is impossible to imagine any official of the rank and standing of accused could remain in the Guard and be ignorant of the events occurring in the immediate proximity.

The 1st witness for prosecution, who was also a member of the darbar that night, deposes that after the darbar the 5 British Officers -Mr. Quinton, Colonel Skene, Lieut. Simpson, Messrs Grimwood and Cossins and a Bugler went in the direction of the main or west gate, but after advancing only a few yards, the gate near the dragons was shut in their faces and the crowd of excited Sipahis and others commenced to hustle them and threaten injury. He managed however to protect the Officers and retire gradually to the steps of the darbar house where unfortunately the Political Agent Mr. Grimwood was fatally wounded by a spear, thrust from a man in the crowd

and another officer was wounded. The door of the darbar house was burst open by Jattra Sing and the 4 officers and bugler managed to enter the building. After a short time the witness went to the Top Guard and ordered some Sipahis to the darbar house to protect the officers. he then, and this portion of his evidence I cannot credit - left to perform some domestic function and returning 2 hours later learnt that the officers and bugler had been murdered. When ordering the Sipahis to the darbar house he saw the accused at the Tope Guard.

The 2nd witness for prosecution corroborates the statement of 1st witness for prosecution, that he (the latter) protected the officers from the violence of the crowd in their retirement to the darbar house and that he told him, he would send some Sepahis from the Tope Guard to assist the witness to watch over their safety. Some 7 or 8 Sepahis came and among them Ussarba Lalup Singba (it would appear from Ussarba Lalup Singhba's evidence, he came a little after the others) who said, he had received orders from the accused to kill the officers. The witness and Ussarba preceeded to seek out the Senapati and on meeting him informed him of the order. The Senapati went with them to the Tope Guard and entered into conversation with the accused, and witness then became aware that injury was to be inflicted on the officers and he went away to his house within the Citadel. In the morning he heard that the officers had been killed. Jattra Sing also states that only 4 out of the 5 officers entered the darbar house and one was wounded.

Ussarba Lalup Singba 3rd witness for procecution says, he was at the Tope Guard when the accused returned from the darbar on the evening of 24th March, 1891. A little later Angao Ningthao (1st witness for prosecution) arrived and ordered some Sepahis to the darbar house; 8 men went and then the accused called him and ordered him to kill the officers. He went to the darbar house with the message and Jattra Sing (2nd witness for prosecution) accompanied him to seek the senapati who instructed them to return to duty and wait. The Senapati went to the Tope Guard where accused was and after a little delay one Yenkeiba Lalup Singba came from the Tope Guard

with the order to make over the officers to the' 'Lamme' or executioner. Shortly afterwards the Satwal or Sirdar of executioners arrived with an executioner with a long handled Dhao and the 4 officers and bugler were led to the gate near the dragons and handed over to the executioner.

Next morning the witness saw much blood in front of the drangons and heard that the officers had been executed. On return to the Top Guard after the officers had been made over to the executioner, the witness, though he did not actually see the accused, saw his personal attendants.

The 4th witness for prosecution Moni Sing Nepra Machahal deposes that he was one of the Sentries ordered by Angao Ningthao from the Tope Guard to the darbar house and that he heard 3rd witness for prosecution Ussarba Lalup Singba call out that the General, meaning accused, had ordered the officers to be made over to the exceutioner; he then noticed Jattra Sing leave the house.

An hour later Yenkeiba Lalup Singba came and said, the orders were to make the officers over to the executioner and shortly afterwards the 'Satwal' arrived with some men. The officers and bugler were marched to the dragon gate and made over to the executioners. On his return to the Tope Guard the witness saw the accused and Senapati and in the morning there was a great deal of blood in front of the dragons.

These witnesses may differ in a few of the minor details of the occurrences but in the more important features they agree and I am of opinion they were witnesses to the facts they relate.

The 5th & 6th witnesses for the prosecution depose to being concerned in placing fetters on the prisoners in the Darbar house.

The charge against the accused is in 2 counts,
(1) that he waged war against the Queen and
(2) that he murdered the 4 officers.

As regards the 1st count it is proved that on 24th March, 1891 the Manipur State waged war against the Government of Her Majesty and though hostilities had ceased in the evening, they again broke out later in the night and while accused, the highest Military officer in the State, was in the Fort. He was in a position to continue the truce had he desired and hostilites re          ing, points to accused's guilt.

The          ount is also a very serious one; the accused is said to have given the order which led to the 4 officers who were treacherously interned in the darbar house, being executed by the public executioner. The evidence for prosecution clearly points to the accused being at the Tope Guard all the time the officers were prisoners at the darbar house and to his giving the order in the first instance to kill the prisoners and subsequently in conjunction with the Senapati to issuing the final instructions which led to their execution. The accused's defence is interesting; he says he arrived inside the Fort at the time the British Officers were waiting at the main gate and that he saw their wish to hold a darbar inside the Fort which was fraught with danger and that he strongly advised them to return to the Residency where the darbar could be held next morning. Now it is well known that accused for many years has been the channel of communication between the Political Agent and the Manipur Darbar; that in this respect he has had the confidence of a succession of Political Agents and it is quite certain that had he given this advice the British Officers would have acted upon it. Even had they not seen the danger before, when it was so closely pointed out to them, they must have realised it.

The accused states that notwithstanding the caution he had given, the officers entered the Fort and proceeded to the spot in front of the darbar house where the darbar was held and of which he was a member. The darbar over, he went in the opposite direction to the officers, to a tank and there eased nature and for some hours near this open tank he was medically attended to by a Kabiraj or native physician. On return to the Tope Guard he fell asleep and in the morning learnt that the officers had been killed. This tank is within 700 yards of the Darbar house. The question naturally arises that when

accused warned the British Officers not to enter the Fort at that late hour of the night why he did not insist on seeing them safely to the gate after the somewhat unsatisfactory settlement arrived at the darbar. The return journey was surely more dangerous than the one preceding the darbar. All the witnesses depose to the crowd being great and in an excited state and it was accused's duty to have given the officers safe escort to the Residency compound. His own and the presence of a few leading officials were sufficient to ensure their safe conduct to the darbar and would have sufficed to escort them home. I am unable to credit accused's statement and the evidence of his witnesses and consider that the murder of Mr. Quinton, Colonel Skene, Lieut: Simpson and Mr. Cossins has been proved against him and I shall sentence him to death.

The brave bugler who suffered death with his companions has never been clearly identified but Bugler Gunna Ram, 44th Gurkha Rifles, is the only bugler reported in the official report as missing and is most probably the person alluded to by the witnesses for the prsoscution. Owing to his identity not being clearly established, he has not been included with the officers in the 2nd Count of the Charge.

**Sd- H. Maxwell,**
Chief Political Officer.

1st June, 1891
Manipur.

## FINDING AND SENTENCE

The Court finds you, Tangal Sing alias Tangal General are guilty of the 1st Count of the Charge viz. that you on or about 24th March, 1891 at Manipur waged war against the Queen and also are guilty of the 2nd Count of the Charge viz. that you on or about 24th March, 1891 at Manipur committed murder viz. the murder of Mr. Quinton, Chief Commissioner of Assam, of Colonel Skene, 42nd Gurkha Rifles, of Lieut. Simpson, 43rd Gurkha Rifles and Mr. Cossions, Assistant Secretary to the Chief Commissioner of Assam and directs that you Tangal Sing alias Tangal General be hanged by the neck until you are dead.

1st June, 1891 — **Sd/- H. Maxwell,**
Manipur. — Chief Political Officer.

The above sentence is dependent for confirmation by the General Officer Commanding. Manipur Field Force, to whom these papers are forwarded for such orders as he may deem fit to pass.

1st June, 1891 — **Sd/- H. Maxwell,**
Manipur. — Chief Political Officer.

I confirm the sentence of Death passed by the Chief Political Officer in this case of the Queen Empress Versus accused Tangal Sing *alias* Tangal General.

**Sd/-Illegible**
Manipur, — **Major General,**
1st June, 1891 — Commanding the Manipur Field Force